# অহিৰণ

মামণি ৰয়চম গোস্বামী

॥❀॥ বাণী প্ৰকাশ ॥❀॥

পাঠশালা ঃ গুৱাহাটী ঃ কলিকতা



প্ৰকাশক ঃ
শ্ৰীঅম্বিকাপদ চৌধুৰী
বাণী প্ৰকাশ
পাঠশালা
কামৰূপ

শাখা ঃ
পাণবজাৰ
গুৱাহাটী-৭৮১০০১

১০ কৈলাস বোস ষ্ট্ৰীট
কলিকতা-৭০০০০৬

বেটুপাত ঃ
বেণু মিশ্ৰ

প্ৰথম প্ৰকাশ ঃ
১৫ আগষ্ট ১৯৮০

**বেচ ঃ সাত টকা মাথোন**



ছপা ঃ বাণীপ্ৰকাশ মুদ্ৰণী
৫, উদ্যোগ পাম
বামুনী মৈদাম
গুৱাহাটী ৭৮১০২১

AHIRAN, A social Novel Written by Mamani Raisam Goswami & published by A. P. Choudhury, Bani Prokash, Pathsala (Assam). Price Rupees Seven only.

This Book has been printed on concessional paper made avaliable by the Govt. of India.

## এক

কোম্পানীৰ গেষ্ট হাউছৰ বাৰাণ্ডাৰ খুটা এটাত আউজি তেতিয়াও আজিজ মিঞা বহি আছিল।

অ'ত ত'ত দুই এখন আৰামী চকী পৰি আছে। কিছুমান চিনেমাৰ মেগাজিন আৰু বাতৰি কাকত টেবুল ক্লথ নোহোৱা টেবুল এখনৰ ওপৰত সিঁচৰতি হৈ পৰি আছে। 'অহিৰণ অ্যাকোৱিডাক্ট ৱাৰ্ক'ৰ মেনেজাৰ হৰ্শুল চাহাব (এইজনা চাহাবৰ প্ৰকৃত নামটো বোধহয় এনে ধৰণৰ নাছিল, কিন্তু কোম্পানীত তেওঁৰ নাম হৰ্শুল বুলিয়েই উচ্চাৰণ কৰা হৈছিল) আৰু জুনিয়ৰ ইঞ্জিনীয়াৰ জীৱৰাম দাসে অলপ আগেয়ে এইখন বাৰাণ্ডাত বহি কথা পাতি আছিল। কিন্তু পি. ডব্লিউ. ডিৰ দুখন জীপ 'অ্যাকোয়িডাক্টৰ' পিনে আগুৱাই যোৱা বাবে দুয়ো উঠি যাবলগীয়া হ'ল। আজিজ মিঞাই এই দুয়োগৰাকী চাহাবৰ লগত পাকিস্তানলৈ উভতি যোৱাৰ বিষয়ে কথা পাতি আছিল। পাকিস্তানৰপৰা মিঞাই হিন্দুস্থানত ভায়েকৰলগত থকা মাকৰ বেমাৰৰ খবৰ পাই গুচি আহিছিল। মাকৰ মৃত্যুৰ পিছত তাৰ আৰু উভতি যোৱাৰ ইচ্ছা নহৈছিল। মাকে কৈছিল—

"একেবাৰে বুঢ়া হৈ গলি দেখোন? শুন মোৰ মকবৰা তয়ে সাজিবি বেছি জন সমাগম নোহোৱা নিৰিবিলি ঠাইত সাজিবি; মই অকলশৰেই থাকি ভাল পা'ম·················

চাঁপা ছৈছনৰপৰা আহি যিদিনা কোৱৰা পাইছিলহি সেইদিনা আজিজ মিঞা কিছু আচৰিত হৈছিল। আগৰ কোৱৰাৰ এতিয়া কোনো চিনচাব নাই। বেলকো কোম্পানী আহিল, ভাৰত এলুমিনিয়াম আহিল, গেমন ইণ্ডিয়া আহিল, শেষত আহিল এয়া হিন্দুস্থান··········আজি-কালি মানুহৰ

কাণে কাণে শুনা যায় কোৰবা চহৰৰ আৰু কোনো চিনচাব নাথাকিব— কলিয়াবীয়ে সকলো গ্ৰাস কৰি পেলাব।

·········আজিজ মিঞাই যিদিনা অহিৰণত ভৰি দিলে সেইদিনা ইউনিয়নে শ্ৰমিকক ধৰ্মঘট কৰিবলৈ সাজু কৰাৰ চেষ্টাত আছিল। মেনেজাৰ হৰ্শুলৰ অফিচৰ 'চাটাইৰ' দুৱাৰত সেইদিনা লিখা আছিল :

"ইটাৰ জবাব পাথৰেৰে দিয়া হব!"

অহিৰণৰ 'অ্যাকোৱিডাক্টৰ' কামৰ বাবে চাৰপাৰা আৰু ৰক্সিপাৰাৰ শ্ৰমিকৰ দল উঠি আহিছিল। কিছুমান শ্ৰমিক আছিল 'পিচৰাকাৰৰ' লগত; কিছুমান 'ডাইৰেক্টলি' আহিছিল। অৱশ্যে কোম্পানীৰ বাবে এই ডাইৰেক্টলি অহা শ্ৰমিকহঁত বৰ লাভজনক নাছিল। কোম্পানীয়ে ইউনিয়নৰ লগত মীমাংসা কৰি এটি নিম্নতম 'ৰেট' তৈয়াৰ কৰি ৰাখিছিল। কাৰণ উনৈশ শ বাসত্তৰ চনলৈ মধ্যপ্ৰদেশৰ লেবাৰ ৰেট জম্মু কাশ্মীৰ দিল্লী নাইবা ইউ পিৰ লেবাৰ ৰেটতকৈ পুতৌ লগা ধৰণে কম আছিল। সিহঁতৰ দৈনিক ৰেট আছিল দুটকা। যেতিয়া এই ৰেট দুটকা বুলি গম পালে কোম্পানীয়ে আৰু আঠ অনা বঢ়াই দিবলৈ সাজু হ'ল। কিন্তু এইখিনি সময়তে কোম্পানীৰ লগত ইউনিয়নৰ খকাখুন্দা লাগি পৰিল। কাৰণ কোম্পানীৰ আন আন ব্ৰাঞ্চৰ লেবাৰ ৰেট তিনটকা পঞ্চাশ পইচা আছিল।

অকল মেনেজাৰৰ অফিচতেই নহয় গেষ্ট হাউছৰ চাটাইৰ বেৰ, কোম্পানীৰ হস্পিতালৰ চাটাই বেৰ, ইত্যাদি সকলোতে লিখি থোৱা দেখা গ'ল :

"ইটাৰ জবাব পাথৰেৰে দিয়া হব!"

·········অৱশেষত কোম্পানীয়ে অৱশ্যে তিনিটকাকৈ দিবলৈ সাজু হ'ল। শেষৰ আঠ অনাও চৰকাৰৰ লগত বুজা পৰা কৰি দিবলৈ সাজু হ'ল। 'ডাইৰেক্টলি' অহা শ্ৰমিকহঁতকো ইউনিয়নৰ এটি অংশ কৰি লোৱা হ'ল। পিচৰাকাৰৰ লগত অহা মানুহৰ কথা অৱশ্যে বেলেগ। পিচৰাকাৰে যেনেদৰে গঢ় দিব সিহঁতে তেনেদৰে গঢ় লব।

আজিজ মিঞা অৱশ্যে কোম্পানীৰ বাহিৰা মানুহহে। সি কোম্পানীৰ মানুহৰ কাপোৰ ধোৱা ধোবা। পাকিস্তানতো সি এই কামেই কৰিছিল।



·········দুয়ো চকু মচি আজিজ মিঞাই দূৰলৈ চাই পঠিয়ালে·········

ট্ৰাকৰ চকাৰ ঘেৰ্ঘেৰনি, ক্ৰেচাৰৰ ঝক্‌ঝকনিত ঠাইখন মুখৰ হৈ আছে। ধূলিৰে ধূসৰিত আলিটো এডাল মৰাপাটৰ ৰছীৰ দৰে পৰি আছে·········

দূৰৈত হসদেওৰ ওপৰৰ বেলৰে ব্ৰীজৰ এটা অংশ দেখা গৈছে·········

পাকঘৰৰ ভিতৰত হেড কুক মনচা ব্যস্ত হৈ আছে। ননীবায়ে মচলা বটা পটাখন বাহিৰলৈ উলিয়াই আমগছৰ তলত বহি চাটনি বটি আছে। তাইৰ বায়েক কদমে আমগছৰ ছায়াত বহি বতাহ খাই আছে।

সকলোৱে নিজৰ কামত ব্যস্ত হৈ আছে মাথো আজিজ মিঞাই বাৰাণ্ডাত বহি ভবা-চিন্তা কৰি আছে। ·········চাৰিওপিনৰ এই বাতাবৰণে আজি আজিজ মিঞাক কিছু অকলশৰীয়া কৰি থৈ গৈছে। মূৰৰ চুলিৰ ওপৰেৰে আজিজ মিঞাই হাতখন বুলাই নিলে। পকি শুকাই যোৱা কদম ফুলৰ দৰে বৰণ লৈছে মূৰৰ চুলিয়ে। ডিঙিৰ ছাল এনে ধৰণে কোচ খাই পৰিছে যে দেখিলে ভাব হয় এই ছাল খহি পৰি এঠাইত যেন টেমুনা বান্ধি বব।

—ননী হোৱা নাই তোৰ?

ননীয়ে উভতি চালে। আঠুৰ ওপৰত নাকটো ঘঁহি তাই নাকৰ ঘাম মচি ললে।

—মিঞা আজি কাম নাই নেকি তোমাৰ? পুৱাৰপৰা চাহাবহঁতৰ লগত আড্ডা দিলা এতিয়াও দেখোন উঠিবৰ ইচ্ছা কৰা নাই?

—পানী এগিলাচ দে, আম বটা আৰু গুৰ অলপো দে।—আজি পুৱাৰ পৰা লু আৰম্ভ হৈছে দেখিছ নে? চাৰপাৰা ৰক্সিপাৰাৰপৰা আৰম্ভ কৰি একেবাৰে ডৰিলৈকে যাব লাগিব।

—ৰক্সিপাৰা আৰু চাৰপাৰাত ধোবাই ধোৱা কাপোৰ কোনে পিন্ধে মিঞা?

—কাঠঘোৰাৰ 'ফৰেষ্টৰ' বাবুহঁতে তম্বু টানি আছে ৰক্সিপাৰাত; তই বোধকৰো সেইপিনে যোৱা নাই? চাৰপাৰাৰ তহচিলদাৰ বাবুক জান নহয়, তেওঁ মই ধোৱা কাপোৰ পিন্ধে।

চাটনিখিনি প্লেট এখনত টুকি থৈ পিছলৈ উভতি নোচোৱাকৈ ননীয়ে কলে :

—কোম্পানী উঠি গলে ক'ত যাম বুলি ভাবিছা ?

—ডৰিলৈ যাম। ডৰিত এতিয়াও কোনো বহা নাই।

—শুনিছোঁ ডৰিৰ মেমচাহাবহঁতে আজিকালি 'লেবাৰহঁতৰ' হতুৱাই নিজে কাপোৰ ধোৱাই লয়। চাৰপাবাৰ খাব নোপোৱা প্ৰেতহঁতক এসাজ ভাত আৰু এটা পিয়াজ দলি মাৰি দিবা.........সিহঁতে চব কৰি দিব।

—মই খবৰ লৈ আহিছোঁ ডৰিত কাপোৰ ইস্ত্ৰি কৰা মানুহ নাই।

কদম উঠিল। ননী বাইৰপৰা প্লেটখন লৈ তাই ভাত ৰান্ধি থকা মনচাক দি থৈ আহিল। পাকঘৰৰপৰা গুলাই আহোঁতে তাই প্লেটত গুৰ আৰু আম বটা অলপ এগিলাচ পানীৰ সৈতে আনি আজিজ মিঞাৰ আগত থলে।

বৰ তৃপ্তিৰে আজিজ মিঞাই আম বটাত গুৰ মিহলাই পানী গিলাচ পিব ধৰিলে।

—কিবা খবৰ পাইছ নে তই !

—চাহাবে খবৰ লৈছিল এতিয়াও সি হেনো ছুটীত আছে.........কোনো নতুন ব্ৰাঞ্চলৈ ট্ৰান্সফাৰ হোৱা নাই।

আজিজ মিঞাই গভীৰভাৱে তাইৰ মুখলৈ চালে.........ঘামত মচ খাই গৈছে তাইৰ কপালৰ সেন্দুৰ। তিলফুলৰ দৰে নাকটিত এটি ৰূপৰ নথ। হাত ভৰি পূৰঠ.........গাৰ ছাল নতুনকৈ মেল খোৱা কলপাতৰ দৰে চিকুণ।............

তাইৰ পেটত দৃষ্টি পৰাৰ লগে লগে আজিজ মিঞাৰ মূৰ তললৈ দোঁ খাই পৰিল।

—যদি সি উভতি নাহে তেতিয়াহলে তই এই আহিব খোজা শিশুটিক কি কৰিবি ?

মূৰ নদঙাকৈ আজিজ মিঞাই প্ৰশ্ন কৰিলে। তাই উত্তৰ নিদিলে।

—মেনেজাৰ চাহাব ভাল মানুহ ; সেই কাৰণেই তহঁত দুয়ো বাই ভনীক 'গেষ্ট হাউছ'ৰ দাসীৰ কাম দিব পাৰিছে—তিৰোতা মানুহক 'গেষ্ট হাউছ'ত ৰখা নিয়ম নাই ? তই বিপদত পৰা দেখিহে ৰাখিছে নহলে এনে অৱস্থাত



বালিৰ বোজা কঢ়িয়াব পাৰিলেহেঁতেন নে ?

কদমে এইবাৰো উত্তৰ নিদিলে।

—তোৰ লগত আৰু এজনী আছিল নহয় কি আছিল তাইৰ নাম ?

—শণী বাঈ।

—তাইৰ ল'ৰা-ছোৱালী কিবা হ'ল নে ?

—ছোৱালী এজনী কেতিয়াবাই হ'ল দেখোন ; তাইৰ বেমাৰ হৈছে নহয়। এতিয়া তাইৰ মুখলৈ চাব নোৱাৰি ফুট খহুৱে মুখ ছানি ধৰিছে। ওঁঠত তেজৰ টেমুনা.........ডৰিত বহি আজি-কালি তাই ভিক্ষা কৰে।

—কিয় এনে হ'ল ?

কদমে তলমূৰ কৰি কলে ঃ

ঃ 'বেলকো,' 'ভাৰত এলুমিনিয়াম'ৰ বাবু কিছুমানে বহুদিনৰ আগৰপৰা অহা-যোৱা কৰিছিল।

আজিজ মিঞাই আকৌ তলমূৰ কৰিলে।

—আমি ভাবো আল্লাই চকু মুদি থাকে—কিন্তু সৰু ডাঙৰ চব কথাই তেওঁ লক্ষ্য কৰে, উপায় দিয়ে......পাৰ হোৱাৰ **উ**পায় !.........

কদমে সৰু শিশু এটিৰ দৰে আজিজ মিঞাক প্ৰশ্ন কৰিলে—"মোকো উপায় দিব নে মিঞা ?"

—দিব দিব, খোদাই উপায় দিব।

কদমৰ দুয়ো নয়ন ভৰি আহিল।

—মিঞা !

—ক !

—সি উভতি আহিব নে ?

আজিজ মিঞাই উত্তৰ নিদিলে। কাপোৰৰ টোপোলাটো হাতত লৈ সি যাবলৈ সাজু হ'ল।

—শুন সি উভতি আহিব নে মিঞা ?

—মই কৈছোঁ নহয়—উপায় দিব.........

.........আজিজ মিঞাই কেঁচা আলিৰ ওপৰেৰে খোজ দিলে। 'চোৰ

ভর্ত্তি কোৱাৰীৰপৰা শিশুগুটি লৈ অহা কেইবাখনো ডাম্পাৰ ইতিমধ্যে এই আলিৰে পাৰ হৈ গৈছে। ডাঠ কুঁৱলীৰ দৰে চাৰিওফালে গাপ খাই আছে ধূলি—কেৱল ধূলি! কেনেল খন্দা শ্ৰমিকহঁতে আলিৰ বাওঁহাতে কাম কৰি আছিল। ৰঙা নীলা সেউজীয়া ৰঙৰ মোটা সূতাৰ কাপোৰ পিন্ধা শ্ৰমিক গাভৰুজাকৰ কোমৰ বন্ধনীবোৰ ৰ'দ পৰি তিৰ্‌বিৰাই উঠিছিল। ……… গৰম বতাহ একোছাটিয়ে আজিজ মিঞাৰ বৃদ্ধ শৰীৰ আক্ৰমণ কৰি আঁতৰি গৈছিল।

তেতিয়াহলে কি হব তাইৰ? যাবৰ সময়ত সেই জীপ ড্ৰাইভাৰটোৱে তাইৰ হাতত মাত্ৰ চল্লিশটা টকা দি থৈ গৈছিল আৰু সি উভতি আহিম বুলি কৈ গৈছিল। চাহাবে কৈছে সি উভতি আহে নে নাহে ঠিক নাই।

আৰু কিছুদিনৰ পিছত 'এ' 'কেটাগৰীৰ' ডেইলী পেইড ৱাৰ্কাৰবোৰৰ ফাইনেল হৈ যাব। সি 'চি' কেটাগৰীৰ মানুহ। এৰা, এবাৰ সি কৈছিল কোম্পানীত সি সাতশ পঞ্চাশটা দিন অতিবাহিত কৰিছে; গতিকে সি 'চি' কেটাগৰীলৈ আহি গৈছে। কোম্পানীয়ে তাক 'ফাইনেল' কৰি দিব নোৱাৰে ……··কিন্তু কাম নাপালে কোম্পানীয়ে তাক এবছৰলৈও ছুটীত বহোৱাৰ পাৰে। হৰ্গু'ল চাহাবে কৈছে কোম্পানীয়ে নতুন কাম পোৱা নাই।……… এতিয়া কোম্পানীবোৰৰ মাজত প্ৰচণ্ড প্ৰতিযোগিতা চলি আছে। কলিকতাৰ টিউব ৱেলৰ কাম, নৰঘাটৰ কাম, সাই 'অ্যাকোয়িডাক্ট ইত্যাদিৰ কাম—কিবা 'পোলিটিক্সৰ' বাবে কোম্পানীৰ হাতৰপৰা আঁতৰি গৈছে। 'চি কেটাগৰীৰ' মানুহকো সুদীৰ্ঘ ছুটী দিয়াই বহোৱাই থব লগীয়া হৈছে। * * * আগবাঢ়িল আজিজ মিঞা। দলঙেৰে ফালৰি কাটি গৈ সি শাল, আম আৰু মহুৱাৰ হাবিৰ ৰাস্তা ধৰিলে। এইখিনি সময়ত মহুৱাৰ মদৰ ভাটিত মানুহ কম। শুকান মুখৰ সেই ডাম্পাৰ ড্ৰাইভাৰটো বাহিৰৰ কাঠৰ বেঞ্চিখনত বহি আছে চাগে। লেবাৰ পেমেণ্টলৈ এতিয়াও ছুটা দিন বাকী……আজিজ মিঞাই অকলশৰেহে বহিবলৈ ভাল পায়। শুকান মুখৰ ডাম্পাৰ ড্ৰাইভাৰটোৱে প্ৰথমে খবৰ দিছিল 'ভাৰত এলুমিনিয়াম'ত তাৰ কাৰণে চেষ্টা কৰি চাব। এবেলগে সি বহুত কাপোৰ পাব। দিন চলি যাব।



……শুকান পাতত খোজ পৰাৰ লগে লগে পাতবোৰে মৰ্‌মৰাই উঠিল। পুৰণা জীপৰ টায়াৰৰ চেণ্ডেল। কদমৰ প্ৰেমিক গৌৰীশঙ্কৰে এটা পুৰণা টায়াৰ দিছিল চাৰপাৰাৰ মুচিয়াৰ এটাক; সিয়েই কৰি দিছে এইযোৰ চেণ্ডেল। —কিমান দিন যাব অৱশ্যে একো ঠিক নাই।……শুকান পাতৰ এই মৰ্‌মৰণি বেচ ভাল লাগিল আজিজ মিঞাৰ···যোৱা তিনি চাৰি বছৰ ধৰি এইখণ্ডত ভালদৰে বৰষুণ হোৱা নাই। ৰাজআলিত খোজ দিলেও শুকান পাতৰ মৰ্‌মৰণি শুনা যায়।……গৌৰীশঙ্কৰৰ ছবিখন আজিজ মিঞাৰ চকুৰ আগত ভাস্বৰ হৈ উঠিল।

—সি উভতি আহিব নে? আহিব নে?

—আৰু কদম? ···চাৰিমাহ আগৰ কথা আজিজ মিঞাৰ মনত পৰিল··· সি আহি চাটাৰিং প্লেট দমৰ ওপৰত বহি আছিল। 'কংক্ৰিটৰ' টুকুৰি মূৰত লৈ তায়ে প্ৰথমে তাক সুধিছিল:

—ক'ৰ মানুহ?

এৰা ক'ৰ মানুহ—। ক'ত ঘৰ?

এটা শুকান হাঁহিয়ে আজিজ মিঞাৰ ওঁঠ স্পৰ্শ কৰি আঁতৰি গ'ল—এৰা ঘৰ ক'ত? জন্মভূমি ক'ত?

অফিচৰ বাৰাণ্ডাত থিয় হৈ তাই ইউনিয়নৰ চেক্ৰেটৰী চক্ৰবৰ্তীক চিঞৰিছিল:

—তহঁতে ধোবা বিচাৰি ফুৰিছিলি নহয়—সৌটো বহি আছে।

—হেৰৌ ক'ৰ মানুহ তই? তোক বিশ্বাস কৰিব পাৰিম নে আমি?

—নোৱাৰিবি কিয়?

—আগৰ ধোবাই গেষ্ট হাউছৰ চাহাবৰ কাপোৰ, বাবুৰ মেচৰ কাপোৰ, আনকি খালাচী মেচৰ কাপোৰ লৈ পলাল; যোৱা তিনিমাহ ধৰি দেখা সাক্ষাৎ নাই। —তই ক'ৰ মানুহ?

—হিন্দুস্থানৰ।

কদমে খিলখিলাই হাঁহি মাৰিছিল। পিছলৈ কদমে কৈছিল—আজিজ মিঞা, তুমি বেচ ৰস লগাই কথা কব জানা……দেখিলে কিন্তু ভাৰ নহয়।

—কি ভাৱ নহয় ?

—এই ৰস লগাই কথা কব পাৰ বুলি। যিহে দো খাই পৰা মুখ······ শুকান মহুৱা ফুলৰ দৰে চকু ?

······শুকান পাত আকৌ খৰমবাই উঠিল······টায়াৰৰ চেণ্ডেলৰ হেচাত ভৰিখন ঘঁামি গৈছে।

মূৰৰ ওপৰত জুইৰ দৰে সূৰ্যই দপদপাব লাগিছে।······সেইদিনাও দিনত পঁচিশ মাইল বেগেৰে লু বৈছিল। ৰাতি ধূলিৰ-ধুমুহাত খালাচী লঙ্গৰৰ টিনবোৰ উৰি আহি অহিৰণৰ বালিত সিঁচৰিত হৈ পৰিছিল। পুৰণা মামৰে ধৰা 'চি জি আই' চিটবোৰৰ বিন্ধাবোৰৰপৰা পানী নপৰিবলৈ দিয়া ত্ৰিপালবোৰকো বতাহে উৰুৱাই নি অহিৰণৰ বালিত পাৰি দিছিল। এই ধুমুহাই চাটাইৰ বেৰবোৰো খহাই পেলোৱাৰ আয়োজন কৰিছিল।

কাপোৰৰ টোপোলাবোৰ লৈ আজিজ মিঞাই খাটৰ তলত উবুৰি হৈ পৰি আছিল। ভাৱ হৈছিল চাটাইৰ বেৰবোৰে তাক এতিয়াই হেচি ধৰিব। ওচৰৰ পুৰণা চেগুন গছ জোপাৰপৰা গা শিয়ৰি উঠা এক হৰ্‌হৰ্ শব্দ ভাঁহি আহিছিল। ঠিক এনে এটা সময়তে দুটি ছায়া মূৰ্তিৰ দৰে সিহঁত দুয়ো আহি তাৰ ওচৰত থিয় হৈছিল।

গৌৰীশঙ্কৰে অনুনয় কৰি কৈছিল —আজিজ মিঞা অলপ সহায় কৰ—

··· সি খাটৰ তলৰপৰা ওলাই আহি বনিয়নৰ জেপৰপৰা জুইশলা উলিয়াইছিল।

—মই গৌৰীশঙ্কৰ আমি একেলগে থকাটোৱে ভাল হব বুলি ভাবিলোঁ।

কিছুসময় হতবুদ্ধি হৈ থিয় হৈ থাকিল সি। ···দুটা ভৰপূৰ ছায়া মূৰ্তি থিয় হৈ আছে। কি কব সি ? কলেই যেনিবা : আঁতৰ হ'! মোক কিয় টানিছ এইবোৰ লেতেৰা কামলৈ···? কিন্তু কিবা লাভ হব জানো ?

—কেম্প চুপাৰ ভাইজাৰক জনাইছ জানো ?

গৌৰীশঙ্কৰে মূৰ জোকাৰিলে।

তাৰ ওচৰত থকা ভৰপূৰ ছায়া মূৰ্তিটি এবাৰ দ্বীপ শিখাৰ দৰে কঁপি উঠিল।

—তহঁতৰতো বিয়া বাৰু হোৱা নাই একেলগে থাকিব যে আহিলি ?



গৌৰশঙ্কৰে একো নামাতিলে।

—এবাৰ যেতিয়া নবকৰ পিনে খোজ দিছ উভতি আহিব পাৰিবি নে ?

মিঞাই উচ্চাৰণ কৰি অৰশ্যে এই কথা কোৱা নাছিল।

—মিঞা তই এইক চা অলপ সময়। মই কোঠাটো খুলি—চি· জি· আই· চিটবোৰ ঠিকে আছে নে নাই চাই আহো। *** নাই কোনেও একো নকলে। কেম্প চুপাৰ-ভাইজাৰ, ইউনিয়নৰ চেক্ৰেটৰী সকলোৱে মনে মনে থাকিল।

জানি শুনিও সকলোৱে মনে মনে থাকিল।

······বেয়া দিন আহিছে······চাৰিওফালে যেন এক শুকান বতাহে খা খা কৰি উঠিছে······শিৱনাথ নদীৰো পানী শুকাইছে। ইয়াৰ সহায়ক নদী, মণিয়াৰী, হসদেও, সোণ, বোৰইৰ পানী শুকাই তৰাং হৈ পৰিছে। সেইদিনা মহুৱাৰ দোকানত ডাম্পাৰ ড্ৰাইভাৰটোৱে কৈছিল পলাৰী আৰু বফৰা গাঁৱত দুৰ্ভিক্ষ আহিছে। আগেয়ে এই 'পানীয়' বিক্ৰি কৰি সিহঁতে দুপইচা উপাৰ্জন কৰিছিল। এতিয়া বন ৰাষ্ট্ৰীয়কৰণ কৰাৰ পাছত সেইপিনেও মূদা মৰিল।···পৰিষ্কাৰ কাপোৰ পিন্ধা নাইবা চৰকাৰী পোছাক পিন্ধা মানুহ দেখিলে সিহঁতে দুৱাৰ-ঘৰ মাৰি ভিতৰত সোমোৱা হ'ল।

—কাণৰ কাষেৰে ঘামৰ জোল বৈ অহা আজিজ মিঞাই গম পালে। ···পলাৰী বফৰা গাঁৱৰ মানুহে এতিয়া কেন্দুপাত ছিঙিব গৈছে চাগৈ, এয়া জেঠৰ মাহ।···তাৰ পিছত দালাল আৰু ঠিকাদাৰৰ চালাকি আৰম্ভ হব। এসময়ত এই ঠিকাদাৰবোৰ হেনো সম্মানীয় ব্যক্তি আছিল।··· ঠাকুৰিয়া গুড়গঢ়ত কাম কৰা মজদুৰে যোৱা ডেৰ মাহ ধৰি মজুৰি পোৱা নাই!···আৰু যে ক'ত কথা এই ডাম্পৰ ড্ৰাইভাৰটোৱে কৈছিল। ···সি হেনো বফৰিয়া গাঁৱৰপৰা অহা ল'ৰা-তিৰোতা এজাকক লগ পাই আহিছে। সিহঁতে মজুৰি বিচাৰি আহিছে। কোৰবাৰ হসদেওৰ পাৰত সিহঁতক সি লগ পাই আহিছে······

আজিজ মিঞাই আলিৰপৰা ফালৰি কাটি গৈ এইবাৰ শালগছৰ হাবিৰ মাজেৰে যোৱা লুংলুঙীয়া আলি এটা ধৰিলে। সৌৱা গছ-পাতেৰে আৱৰা মহুৱাৰ দোকান। মজিয়া অহিৰণৰ বগা মাটিৰে লেপা আছে ···। দোকান

খোলা আছে। আজিজ মিঞাই দোকানৰ ভিতৰত পুলিচ এটা বহি থকা দেখি কিছুদূৰ পিছুৱাই গ'ল। আগে পিছে এইপিনে পুলিচৰ গাড়ী গ'লে দুৱাৰ খিৰিকী বন্ধ কৰি দোকানীয়ে পলাই পত্ৰং দিছিল। আজি কিন্তু স্বয়ং পুলিচ এটা দোকানৰ ভিতৰত বহি আছে!···এৰা দিনকাল বেয়া হৈছে··· বহুদিনৰপৰাই দিনকাল বেয়া হৈছে।

আজিজ মিঞাই খোঁচনিৰপৰা পইচা উলিয়াই হিচাপ কৰি চালে। গৌৰীশঙ্কৰে কুৰি টকা ধাৰে নিছিল। সেইখিনি আৰু উভতি অহাৰ আশা নাই।

সকলো খা-খৰচ গৈ কিছু টকা হৰ্শ্বুল চাহাবৰ হাতত জমা আছে। ···মাকৰ শেষ ইচ্ছা পূৰণ হোৱাৰ পাছত— আকৌ স্বাধীন! 'মুছাফিৰ!'

পুলিচ মহাশয়ে এইবাৰ বহাৰপৰা উঠিল। আনবোৰে থোৱাৰ দৰে টেবুলৰ এচুকত ৰং দি থোৱা টিংটিত সি কিন্তু পইচা জমা কৰি থৈ নগ'ল। বাৰাণ্ডাৰ ওচৰলৈ আহি সি হক্হকাই বমি কৰিব ধৰিলে।···ধৰিব নেকি আজিজ মিঞাই। —কি প্ৰয়োজন!—কি প্ৰয়োজন!!

···এইবাৰ আজিজ মিঞাই নিশ্চিন্ত হৈ দোকানৰ ভিতৰত সোমাল।

## দুই

যেতিয়া পি ডব্লিউ ডি'ৰ জীপে ধূলি উৰুৱাই কোৰবা অভিমুখে আগবাঢ়িল হৰ্শ্বুল আৰু দাস দুয়ো আহি গেষ্ট হাউছৰ বাৰাণ্ডাত পাৰি থোৱা চকী দুখনত বহিলহি।

দাস তজবজীয়া ডেকা ইঞ্জিনীয়াৰ। হৰ্শ্বুল গহীন গম্ভীৰ মানুহ। কথা কোৱাতকৈও চিন্তা কৰি বেছি ভাল পোৱা মানুহ।

জীৱৰাম দাসে কলে—



: মোৰ কিন্তু সহ্যৰ সীমা পাৰ হৈ গৈছে—এদিন কৰ চাটাৰিং প্লেটবোৰ ঠিক হোৱা নাই, ৰেইন্‌ফৰ্চমেণ্টৰ বাৰবোৰ ভালকৈ বন্ধা হোৱা নাই, ৰডবোৰহে মামৰে ধৰা—কংক্ৰিট চাৰফেচৰ কিউৰিং (curing) ঠিক হোৱা নাই, ষ্টন-চিপ্‌ছত ধূলিহে সৰহ···বাপৰে বাপ···মই কিন্তু উল্টা চিধা কৈ দিম কেতিয়াবা······

হৰ্শ্বুলে হাঁহি মাৰি কলে—

: শুনা জীৱৰাম, তুমি একেবাৰে নতুন মানুহ; কোম্পানীত তোমাৰ এটা বছৰহে হৈছে নহয় জানো। কিন্তু মই মোৰ কুৰি বছৰীয়া অভিজ্ঞতাৰপৰা কৈছোঁ শুনা—এইবোৰ মানুহৰ ওপৰত খং কৰি একো লাভ নাই। সিহঁত চৰকাৰী মানুহ, ইচ্ছা কৰিলে সিহঁতে আমাৰ দৰে কনট্ৰেক্টৰক কৰিব নোৱাৰা কাম একো নাই।···তেওঁ কি বিচাৰিছে মই ভালদৰে গম পাইছোঁ।

: এতিয়ালৈকে তেওঁক একো দিয়া হোৱা নাই নেকি?

: কিছু দিয়া হৈ গৈছে·· বোধ হয় তেওঁ আৰু বিচাৰিছে। আজিকালি মানুহটোৱে বাক্সৰ দৰে ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছে।

জীৱৰাম দাসে এইবাৰ মুখ ওলমাই একে ঠাইতে বহি থাকিল।

: তোমাৰ বোধহয় এইবোৰ বাতাবৰণ ভাল নালাগে নহয় নে দাস? কোৰবালৈ যোৱা চিনেমা চাই আহাগৈ···মেচবোৰৰ বাবে বজাৰ কৰিব, সিহঁতে আজি জীপ লৈ যাব। তুমিও যোৱা···।

: আপুনি নাযায়?

: মোৰ চিনেমা চোৱা অভ্যাস নাই—তুমি দেখোন জানাই।

মনচাই বাহিৰলৈ ওলাই আহি কলে—

: চাহাবক চাহ দিম নে চৰবৎ?

: চৰবৎ।

ননীবায়ে মনচাক চৰবৎ কৰি দিয়াত সহায় কৰিলে। গ্লাচ ধুই দিলে। পিকনিক বক্সৰপৰা বৰফ উলিয়াই বেলনাৰ মাৰিৰে ভাঙি টুকুৰা টুকুৰি কৰি ধুই গিলাচত ঢালি দিলে। বাহিৰলৈ ওলাই আহি তাই অৰণ্যে চাহাববোৰক আলপৈচান ধৰা কাম কৰিব লগা নহয়।

মনচাই চৰকৎ আনি দুৱোৰে আগত থলে।

ঃ আজিৰ এই ৰবিবাৰটো আপুনি এনেকৈয়ে কটাব ?

ঃ আজিৰ এই এটা ৰবিবাৰহে নে ?

হৰ্শুলে ঢেকুঢেকাই হাঁহিব ধৰিলে। তাৰ পিছত তেওঁ পোন হৈ জীৱৰাম দাসৰ মুখলৈ চালে।···তেনেই কোমল বয়সীয়া ল'ৰা। তেওঁৰ দৰে জীৱনৰ আটাইতকৈ সুন্দৰ দিনবোৰ যন্ত্ৰ-পাতি ধূলি-বালি আৰু একোখন নদীৰ লগত সম্বন্ধ পাতি কটোৱা উচিত হব নে—এই কোমল বয়সীয়া ল'ৰাটিৰ ? কি পালে তেওঁ ?

এই কুৰি বছৰ কোম্পানীক নিঃস্বাৰ্থ সেৱা দি কি পালে তেওঁ ? মানুহে কয় তেওঁৰ দৰে হাড়ক পানী কৰি কোনেও এনেকুৱা নিঃস্বাৰ্থ সেৱা কোম্পানীক দিয়া নাই। এতিয়ামানে তেওঁ 'ডি. জি. এম' হব লাগিছিল। কিন্তু তেওঁৰ কোনো প্ৰমোচনৰ কথা আজিলৈকে উঠা নাই···প্ৰমোচন লৈ কেতিয়াও তেওঁ মূৰ ঘামোৱা নাই···কৰ্মই ধৰ্ম ! আৰু এই ধৰ্মবোধ তেওঁৰ জীৱনৰ লগত ওতঃপ্ৰোতভাৱে সাঙুৰ খাই আছে। কিন্তু এই তজবজীয়া স্বাস্থ্যৱান ইঞ্জিনীয়াৰ জীৱৰাম দাসক তেওঁ এই একেই উপদেশ দিব নে ?·········

ঃ "বিয়া বাৰুৰ বিষয়ে কিবা চিন্তা কৰিছা নে দাস ?"

"মই নিজে কৰা নাই যদিও আই বোপায়ে কৰিছে যেন লাগিছে। অলপতে হেনো কেইখনমান ফটো পঠিয়াব —শুনক, আপুনি যিজন ছোৱালী বাচি দিব—মই সেইজনীকে পচন্দ কৰিম।"

হৰ্শুলে আকৌ এবাৰ ঢেকুঢেকাই হাঁহিব ধৰিলে।—"শুনা ঠিক বয়সত বিয়া বাৰু হব লাগে—কম বয়সতে নিজৰ ঘৰৰ লাম-লাকটুবোৰ গোটাব লাগে······নিজৰ এখন ঘৰ থাকিব লাগে !"

···কথা কেইষাৰ কৈ হৰ্শুল চাহাব কিছু গম্ভীৰ হৈ পৰিল।

ঃ "গোটেই জীৱন ৰেলৰ ডবা আৰু চাটাইৰ তম্বুত কটোৱাৰ পছিত এতিয়া আৰু কাৰোবাক এই অভিজ্ঞতাৰ উপদেশ দিবলৈ সাহস নহয়।"

জীৱৰাম দাসে হৰ্শুল চাহাবলৈ মূৰ তুলি চালে······কাণৰ ওচৰৰ 'খট' ছুটি পকা চুলিৰে ভৰি পৰিছে। থুতুৰিৰ তলৰ মঙহ ঢিলা হৈ ওলমি



পৰিছে—পিঠিৰ কুঁজ এটা এতিয়া স্পষ্ট হৈ পৰিছে।······অথচ সকলোৱে সোঁৱৰাই দিয়ে মানুহটো এসময়ত স্বাস্থ্যৱান আছিল।

জীৱৰাম দাসে তল মূৰ কৰি চৰবৎ পিব ধৰিলে।

ঃ তুমি তেতিয়াহলে গা পা ধুই সাজু হোৱা। সিহঁত এঘাৰটা বজাত সাজু হৈ আহিব। পি. ডব্লিউ. ডি-ৰ ষ্টাফে ব্যক্তিগত কামৰ বাবে নিয়া আনখন জীপ আহি পালে মই 'হসদেও'লৈ যাম।

ঃ সাতুৰিব ? চুৰাকাছাৰ কলিয়াৰীৰ বিষয়াহঁতো আহিব চাগে সাতুৰিব ?

হৰ্শুলে মিচিকিয়াই হাঁহিলে।

······'কোৱাবিৰ'পৰা অহা ট্ৰাক দুখনমান আকৌ ৱাকচাইটৰ পিনে ধূলি উৰুৱাই আগবাঢ়ি গ'ল।

······পাছফালৰপৰা কোনোবাই মাত লগালে 'চাহাব নমস্কাৰ !'

ঃ "নমস্কাৰ !" উভতি চাই হৰ্শুলে দেখিলে 'টাইম কীপাৰ' দুৰ্যোধন ঠাকুৰে পৰিষ্কাৰ ধুতি আৰু 'যোধপুৰি' পিন্ধি তেওঁৰ ওচৰত থিয় হৈ আছে।

ঃ আপুনি 'হসদেওৰ' ঘাটত সাঁতুৰিব যোৱাৰ কথা কৈছে। শুনক, ৰাতিপুৱা যোৱা কৰিব। 'হসদেওৰ' ঘাটত চাইটৰ দোকানী আল্লাউদ্দিনৰ মাছৰ মহল। মই 'ডবিলৈ' যাওঁতে এদিন চাই আহিছোঁ। চাবলগীয়া ঠাই কিন্তু······

মনচাই ভিতৰৰপৰা ওলাই আহি টাইম কীপাৰৰ হাতত চৰবতৰ গিলাচ এটা তুলি দি কলে—"চাহাবে কি খায় নিজেই কব নোৱাৰে। ইমান দিনে বান্ধি দিয়া সেইবোৰ চব আল্লাউদ্দিনৰ মহলৰ মাছ।"

টাইম কীপাৰে কলে—

ঃ "চাহাব, সেই দহ বছৰ আগতে আপোনাক যেনেকুৱা দেখিছিলোঁ এতিয়াও আপুনি ঠিক সেই একেদৰেই আছে···যি দিয়ে তাকে খায়। পিন্ধা উৰাতো সেই একেই··· ···আপুনি নকলেও মই কৈ দিব পাৰো এই চাৰ্টটো আপুনি কোন ব্ৰাঞ্চত কিনিছিল !" এইবাৰ ঠাকুৰে ঢাৰি এখন পাৰি খুটা এটাত আউজি বহি পৰিল।

: আগেয়ে আমিতো এনেদৰে এখন্তেক বহি কথা-বতৰা পাতিবলৈ সময় নাপাইছিলোঁ। ৰবিবাৰ বুলিতো কোম্পানীত কোনো ধৰণৰ ছুটী নাছিল।

: এৰা ঠাকুৰ, ৰবিবাৰে শ্ৰমিকহঁতক 'অভাৰ টাইমো' দিয়া নহৈছিল। —উনৈশশ আঠষষ্ঠি চনৰ কথা মনত আছে নে চাহাব? ক'ত আছিল আপুনি তেতিয়া?

: ভলুকাডুবাত!

······ক্ৰেইনৰ ঘৰ্ ঘৰ্ শব্দ শুনা গ'ল। ৰেল চিক্লিঙৰ কাম আৰম্ভ হোৱাৰ শব্দ শুনা গ'ল।

······টাইম কীপাৰ দুৰ্যোধন ঠাকুৰে হৰ্গু'লৰ লগত মেল মাৰিব অহা কাৰণে হৰ্গু'লৰ বেয়া নালাগিল। কিছুদিনৰপৰা মানুহৰ মাজত পৰিবেষ্টিত হৈ থাকিবলৈ হৰ্গু'লে ভাল পোৱা হৈছে—বিশেষকৈ তেওঁৰ বন্ধু আৰু সহকৰ্মী দাসমুন্সীৰ আকস্মিক মৃত্যুৰ পিছত আজিকালি তেওঁ মানুহৰ সৈতে পৰিবেষ্টিত হৈ থাকিব ভাল পোৱা হৈছে······। আগেয়ে ৰবিবাৰেও তেওঁ কাম কৰিব গৈছিল। আজিকালি ৰবিবাৰে কিতাপ পঢ়ি, সাঁতুৰি নাইবা পঢ়াশুনা কৰা মানুহৰ লগত আলোচনা কৰি তেওঁ কটাব বিচাৰে। কিছুদিনৰপৰা টাইম কীপাৰ ঠাকুৰ আৰু হৰ্গু'লৰ বন্ধুত্ব দৃঢ় হবলৈ আৰম্ভ কৰিছে।

ধৰ্ম সাহিত্য ইত্যাদিৰ বিষয়ে দুয়োকে প্ৰায়ে আলোচনাত মত্ত হোৱা দেখা যায়। টাইম কীপাৰ ঠাকুৰ মুন্সী প্ৰেমচন্দৰ সাহিত্যৰ ভক্ত আছিল।

বৰ গৌৰৱেৰে ঠাকুৰে কয় তেওঁলোক একেখন গাঁৱৰে আছিল। মুন্সীৰ সৈতে দেউতাকৰ একপ্ৰকাৰ বন্ধুত্বই আছিল।

ঠাকুৰে কলে—

: আজি ৰাতিপুৱাই এহাল গৰুড় চৰায়ে আহি লেবাৰ কে'পৰ চালৰ ওপৰত পৰি যুদ্ধ কৰিব ধৰিলে······ভাব হৈছে আজিৰ দিনটো ভালেৰে নাযাব।

হৰ্গু'লে একো নামাতিলে। দূৰলৈ চাই পঠিয়ালে তেওঁ। পাৰাৰ হাউছৰ ধোঁৱাবোৰে এইবাৰ বেংছটা এটাৰ ৰূপ ধাৰণ কৰি আকাশৰ পিনে গতি কৰিছে।



: ঠাকুৰ নতুন কিবা পঢ়িছা নেকি?

: মৈথেলী চৰণৰ 'সাকেত'খন আকৌ এবাৰ ধূলি বালি জোকাৰি উলিয়াই লৈছিলোঁ। 'সাকেত' পঢ়ি মহাকবি নিৰালাৰ কথা মনত পৰিল। সেই একে ঠাইতে আহি আকৌ খেৰো-গেৰো লাগিল!

: ক'ত?

: ৰামক তেওঁ 'নৰাধম' বুলি কলে···আহ······নৰৰ অধম··ঠাকুৰে সুৰ লগাই গালে—

"ধিক হৈ নৰাধম তুঝে, বঞ্চক
কহী কা শঠ
বিমুখ কিয়া তুনে ওসে আই জো
তেৰে পাস
চাব সে, অৰ্পণ কৰনেকে লিয়ে
জীৱন-যৌৱন নবীন ॥"

: আপুনিয়ে কওঁকচোন কোনো এক নিৰ্লজ্জাই যদি স্বইচ্ছাৰে আপোনাক সৰ্বস্ব গ্ৰহণ নকৰে আপুনি 'নৰাধম' হব নে?

: তুমি শূৰ্পণখাৰ কথা কৈছা···

: হয়—হয়—সেই একেখিনি ঠাইত আহি খেৰো-গেৰো লাগিছে।······ পৰম ব্ৰহ্মাক নৰাধম বোলা কথাষাৰ মই কোনোমতেই মানি লব পৰা নাই।

হৰ্গু'লে কলে—

কিন্তু বাল্মিকীৰ মানস পুত্ৰ ৰাম মানুহহে আছিল—ভগৱান নাছিল। তাৰ পাছত বিষ্ণু মহা বিষ্ণু পৰম ব্ৰহ্ম হৈ ৰামে আকৌ কবি নিবালাৰ হাতত মানৱ পুত্ৰ হৈ দেখা দিছে। সেইবাবেই কবিৰ এই ভৰ্ৎসনা।

এইখিনি সময়তে জীৱৰাম দাস বহাৰপৰা উঠিল। এডামূৰি দি তেওঁ ভিতৰ সোমাল। দুৰ্যোধন ঠাকুৰেও উঠি থিয় হব খুজিলে।

: আপোনালোকৰ কামত মই বাধা দিয়া নাই নহয় নে?

: বহা বহা ঠাকুৰ, আজিকালি ৰবিবাৰে মই বেছি সময় কাম নকৰোঁ। জীৱৰাম 'কোৰবা'লৈ যাব—সেই কাৰণেহে তেওঁ উঠি গ'ল। মই পুৱাই গৈ

'ৰেল চিঙ্কিং' চুপাৰভাইজ কৰি আহিছোঁ।

ঃ চৰাই হালৰ যুদ্ধ থাকোঁতেই আমি আপুনি ক্ৰেইনৰ বাকেটত উঠি তললৈ নামি যোৱা দেখি আহিছোঁ।

ঃ তুমি দেখোন জানাই—জখলাৰে তললৈ নামি যোৱাতকৈ ক্ৰেইনৰ বাকেটত উঠি তললৈ নামি যোৱা বেছি সুবিধাজনক।

দুয়ো ঢেক্‌ঢেকাই হাঁহিব ধৰিলে।

ঃ চাবঙ্গ খেৰা ব'ড ব্ৰীজৰ কথা মোৰ এতিয়াও মনত আছে—সেইদিনা আপোনাৰ কথা মোৰ সদায়ে মনত থাকিব।

ঃ কি হৈছিলনো চাবঙ্গখেৰাত ?

ঃ কংক্ৰিট আছিল। হঠাৎ বৰষুণ আহিছিল—আপোনাৰ মুখ শুকাই কাঠ হৈ গৈছিল। প্ৰগ্ৰেম ইফাল সিফাল কৰা মানে বোধহয় জীৱন মৰণ সমস্যা বুলিয়ে আপুনি ধৰি লৈছিল। বৰষুণত তিতি দুই নম্বৰ স্পানৰ ওপৰত থিয় হৈ আপুনি শ্ৰমিকহঁতক উৎসাহিত কৰি আছিল। কাৰণ পিছদিনা ৰাতিপুৱাও 'গাৰ্ডাৰ কংক্ৰিট' আছিল। শ্ৰমিকহঁতে বলিয়াৰ দৰে কাম কৰিছিল। চাটাৰিঙৰ লাইন ঠিক কৰা, বল্ট টাইট কৰা, ইলেকট্ৰিক ভাইব্ৰেটাৰ ফিট কৰা, কনক্ৰিট ঢালিবলৈ 'স্কেফল্ডিং' ফিট কৰা···বাঃ কি সুন্দৰ 'স্পিৰিট' আছিল। বৰষুণত তিতি তিতি শ্ৰমিকহঁতে প্ৰচণ্ড উৎসাহেৰে কাম কৰিছিল······কাৰণ শেষলৈকে আপুনি বৰষুণত তিতি তিতি দুই নম্বৰ স্পানৰ ওপৰত থিয় হৈ সিহঁতৰ কাম চাই আছিল।···তাৰ পাচত আপোনাৰ কি হৈছিল জানে নে···

হৰ্শুলে ঢেক্‌ঢেকাই হাঁহিব ধৰিলে।

"ঃ হৈছে হৈছে দুৰ্য্যোধন ঠাকুৰ, কোম্পানীৰ কাম এনেকুৱাই ; তুমি দেখোন জানাই······চাবঙ্গ খেৰাত আছিলা বুলি মোৰ মনত কিন্তু নাই···।

—চাহাব আপুনি যিয়েই নকওঁক, আপোনালোকেই সেই দলৰ শেষ প্ৰতিনিধি··ইয়াৰ পাচত যিটো দল আহিছে সেইটোৱে কম কাম কৰে।

—দুৰ্যোধন, এইবোৰ কথা বাদ দিয়া বাৰু······মোক তোমাৰ পিতৃ বন্ধু মুন্সীৰ প্ৰেমচন্দৰ কথা কোৱা······।

এটি সন্তুষ্টিৰ হাঁহিয়ে ঠাকুৰৰ মুখ উজ্বল কৰি তুলিলে। এক মুহূৰ্তলৈ



মকৰাজালৰ দৰে মুখমণ্ডলত ছানি ধৰা ৰেখাবোৰ অদৃশ্য হৈ পৰিল।

—শুনক চাহাব, পণ্ডিতে কোৱাৰ দৰে মুন্সীয়ে সজাগ দৃষ্টিৰে জীৱনৰ ৰঙ্গভূমিলৈ দৃষ্টিপাত কৰিছিল। প্ৰেক্ষাগৃহৰপৰাও চাইছিল, নেপথ্যৰপৰাও চাইছিল। তেওঁৰ চোফিয়াৰ চৰিত্ৰটিৰ বিষয়ে কিবা জানে নে আপুনি ?

হৰ্শুলে মূৰ জোকাৰিলে।

—চোফিয়াৰ হতুৱাই তেওঁ কোৱাইছিল :

"মোৰ সেই বস্তুটিৰ প্ৰতি ঘৃণা হয়, যাক মানুহে সফল জীৱন বুলি কয় ; সফল জীৱনৰ পৰ্যায় হৈছে, খোচামোদ, অত্যাচাৰ আৰু ধূৰ্ততা·········মই যিসকল মহাত্মাক সংসাৰত সৰ্বশ্ৰেষ্ঠ বুলি ভাবোঁ, সেই সকলৰ জীৱন কেতিয়াও সফল নাছিল। সাংসাৰিক দৃষ্টিত সেই সকল মানুহে একেবাৰে নিঃকিন জীৱন কটাইছিল। কষ্টত ছটফটাইছিল, নিৰ্বাসিত হৈছিল, চাবুকৰ কোব খাইছিল। শেষত সংসাৰে এটোপাও চকুলো নুটুকাকৈয়ে তেওঁলোকক বিদায় দিছিল।" ঠাকুৰে এইবাৰ কথা কব এৰি আকাশৰ পিনে চাই পঠিয়ালে······

—সৌৱা সৌ দুটি চৰাই দেখিছে নে ? ৰাতিপুৱা লেবাৰ কেম্পত পৰি হুলস্থূল লগোৱা এই দুটি চৰাই চাওকচোন, ভাল দৰে চাওক······

দুয়ো বাহিৰলৈ ওলাই আহিল। হঠাৎ চাৰপাৰাৰ লুংলুঙীয়া আলিটোৰে খালাচী এটাক হেফাই-ফোঁপাই লৰি অহা দেখা গ'ল। মানুহটো ওচৰলৈ অহালৈ দুয়ো বাহিৰত থিয় হৈ থাকিল। এৰা মানুহটো এইপিনেই আগবাঢ়ি আহিছে।

—কোন সেইটো ?

—যশৱন্ত জামাদাৰৰ 'গেঙ্গৰ' খালাচী সি। সাজপোছাকেই কয়। নিশ্চয় কিবা জৰুৰী বথা কব লৰি আহিছে······দেখিছে নে কেনেকৈ লৰি আহিছে ! যেন পাছে পাছে কুকুৰনেচীয়াইহে খেদি আহিছে !

ইতিমধ্যে মানুহটো আহি অঙ্গী-ভঙ্গীৰে কবলৈ ধৰিলে—"চাৰপাৰাৰ শালৰ হাবিত এটা মৰাশ পৰি আছে, খালাচীৰ মৰাশ !"

হৰ্শুলে মৰাশটি খুটি খুটি পৰীক্ষা কৰি চালে······কতো অলপো তেজৰ ছিটিকনি নাই।

—কেনেকৈ মৰিল ?

এটা দুৰ্গন্ধ আহি সকলোৰে নাকত লাগিল। অলপ আঁতৰত কিছুমান বমি পৰি আছে। ······ইতিমধ্যে খালাচীৰ গেঙ্গ আহি ভৰি পৰিল। সকলোৰে মনত কৌতূহল বিস্ময় আছে—কিন্তু কন্দা নাই কোনেও।

—চাৰপাৰালৈ সি প্ৰায়ে আহিছিল নেকি ?

—আজিজ মিঞাৰ লগত লগ লাগি সদায়ে সি মহুৱা পিব আহিছিল। অভাৰ টাইম সি বাদ দিছিল। তৈয়াৰী মহুৱা নাপালে মহুৱাৰ ফুল আৰু অহিৰণৰ লেতেৰা পানী······ ···"

—সি শালগছৰ পাতেৰে সজা জুপুৰিবোৰলৈয়ো গৈছিল—

—কিয় ?—কোন থাকে তাত ?

—ফাৰ্টিলাইজাৰত কাম কৰা বনুৱা তিৰোতাজাক থাকে···!

—এই চুপ থাক, চাহাবৰ আগত মুখ চম্ভালি কথা কবি !

ভিৰৰ মাজৰপৰা কোনোবা এটাই চিঞৰি উঠিল।

···হঠাৎ মৰাশৰ মুখখন হৰ্শুলৰ দৃষ্টিত ভাস্বৰ হৈ উঠিছিল—এইখন মুখ ক'ত দেখিছিল তেওঁ—তিলফুলৰ দৰে সুন্দৰ-নাক, তেনেই কোমল মুখ; ওঁঠ চেপিলে যেন এতিয়াই গাখীৰ ওলাই পৰিব, মৰা নাই যেন ভাগৰ লগাত শুই আছে।

হৰ্শুলে আঠুকাঢ়ি বহি আকৌ এবাৰ এক প্ৰচণ্ড কৌতূহলেৰে মুখখন পৰীক্ষা কৰি চালে······। লগে লগে তেওঁৰ দুয়ো নয়ন ভৰি আহিল ১৯৬৮ চনৰ ইউনিয়নে কোম্পানীৰ ইঞ্জিনীয়াৰ আৰু শ্ৰমিকৰ মাজত এখন অদৃশ্য প্ৰাচীৰৰ সৃষ্টি কৰিলেও—সেই প্ৰাচীৰ কোনো কোনো ঠাইত উৰা ঢহি-খহি যাবলৈ সক্ষম হয়······কোনো কোনো মুহূৰ্তত এই প্ৰাচীৰ একেবাৰে অদৃশ্য হৈ পৰিবলৈও সক্ষম হয়।



এয়া সাৰেংখাৰাৰ তাপ্তী নদীৰ দলঙৰ কাহিনী। বুঢ়া ফ'ৰমেন এটিক গাৰ্ডাৰ লঞ্চিঙৰ চুপাৰভাইজাৰ কৰি দিয়া হৈছিল। প্ৰিকাষ্ট গাৰ্ডাৰবোৰ আছিল এশ পঁয়সত্তৰ ফুট দীঘল আৰু চৈধ্য ফুট ওখ। কোম্পানীয়ে প্ৰথমবাৰৰ বাবে এনেকুৱা আহল-বহল গাৰ্ডাৰ কৰিছিল।

এদিন এই প্ৰিকাষ্ট গাৰ্ডাৰক দহ ফুট কাষলৈ আঁতৰোৱাৰ প্ৰয়োজন হৈছিল। বৃদ্ধ ফ'ৰমেনে পিয়াৰৰ ওপৰৰপৰা লঞ্চিং চুপাৰভাইজ কৰি আছিল।

গাৰ্ডাৰৰ দুয়ো শেষাংশ ৰলাৰ ওপৰত থৈ চেইন ব্লকেৰে টানিব ধৰিলে। ছয় সাত ফুট আঁতৰোৱা হৈছিল। বাকী আছিল মাত্ৰ তিনি ফুট। খালাচীৰ ছুটীৰ সময় হৈছিল, লৰালৰিকৈ কাম শেষ কৰি কেম্পলৈ যাবলৈ সিহঁত অধৈৰ্য হৈ পৰিছিল···'ৰলাৰৰ' তলত যি কাঠৰ পেকিং আছিল সি হব লাগিছিল চিধা সমান্তৰাল; কিন্তু ইয়াত বোধহয় শ্লোপ আছিল।······ গাৰ্ডাৰে এক ভয়ানক গতিৰে ঢহি যাব ধৰিলে। দূৰৈৰপৰা হৰ্শুলে ভয় আৰু উত্তেজনাত চিঞৰিব ধৰিলে :

—চেইন ব্লকেৰে ইমান প্ৰচণ্ড জোৰেৰে তহঁতে নাটানিবি, নাটানিবি ! —গ'ল গাৰ্ডাৰ গ'ল !

লগে লগে তেওঁ উৰ্দ্ধশ্বাসেৰে পিয়াৰৰ ওপৰৰ জখলাৰে উঠিব ধৰিলে। ওপৰত গৈ দেখা গ'ল গাৰ্ডাৰ ৰখোৱা হৈছে। এক ঐশ্বৰিক শক্তিৰ বলত গাৰ্ডাৰৰ গতি ৰুদ্ধ কৰা হৈছে। ফ'ৰমেনে কপালৰ ঘাম মচি কলে :

—এটা খালাচীৰ হুচিয়াৰীৰ বাবে গাৰ্ডাৰ ৰক্ষা পৰিল। নহলে আজি গাৰ্ডাৰ বাগৰি পৰিলেহেঁতেন।

—কোন খালাচীৰ হুচিয়াৰী এয়া ?

—যশৱন্ত সিং !

—কেনেকৈ ?

—এক ভয়ঙ্কৰ উপস্থিত বুদ্ধিৰে সি কাঠৰ ৰেজ ৰলাৰৰ তলত সুমুৱাই দিলে, গতিকে গাৰ্ডাৰ আৰু আগুৱাই যাব নোৱাৰিলে।

—সত্তৰ হাজাৰ টকাৰ কোম্পানীৰ গাৰ্ডাৰ ৰক্ষা কৰা আৰু হৰ্শুলক

চাকৰি জীৱনৰ এক চৰম পৰিস্থিতিৰপৰা ৰক্ষা কৰা এই খালাচীটো কোন আছিল ?

—যশৱন্ত সিং !

—কোন জমাদাৰৰ গেঙৰ খালাচী সি ? মাত তাক ।

হৰ্শ্বলৰ সম্মুখত সেইদিনা উপস্থিত হৈছিল কোমল বয়সীয়া খালাচী এটা ······মূৰত ধূলিৰে ধূসৰিত পাগুড়ি······পানীৰে চপচপীয়া হোৱা ধুতি ···বিবৰ্ণ বনিয়ন, উদং ভৰি······যশৱন্ত সিং খালাচী ।

পিঠিত থপৰিয়াই হৰ্শ্বলে কৈছিল ঃ

—তোৰ পূৰ্বপুৰুষহঁতে ঘোঁৰাৰ পিঠিত উঠি দিন কটাইছিল ! 'চাবাচ' ! তই সেই একে পূৰ্বপুৰুষৰ সন্তান—বীৰৰ সন্তান ! প্ৰীতম সিঙক চিনি পাৱ ?

—ওহো !

—এদিন সি ডেইলী পেইড ৱাৰ্কাৰ আছিল আৰু আজি সি মাষ্টাৰ ফ'ৰমেন !

আকৌ এবাৰ পিঠিত থপৰিয়াই হৰ্শ্বলে কৈছিল—"মই এই কোম্পানীত থাকোঁতেই চাম তই কিমানলৈ উঠিব পাৰ । বহুত বছৰৰ মূৰত দেখিলেও মই তোক চিনি উলিয়াব পাৰিম—যশৱন্ত খালাচী চাবাচ !"

···কোনো সন্দেহ নাই—এইটোৱেই যশৱন্ত সিং খালাচী ! সেই চকু—সেই মুখ···

—"এইটো যশৱন্ত সিং খালাচী নহয় নে ?" ভিৰৰ মাজৰপৰা কোনোবা এটাই চিঞৰি উঠিল ।

—কোনে মাৰিলে ?

ভিৰ বাঢ়ি আহিছিল । চাৰিওফালে এইবাৰ এক কৰ্কশ নিঃশব্দতা বিৰাজ কৰিছিল । কোম্পানীৰ ডাক্তাৰে অলপ সময় লিৰিকি বিদাৰি চাই কলে, "কোনেও মৰা নাই—মুহুৰা আৰু লেতেৰা পানীৰ বিকাৰ ! সৌৱোৰ বমি দেখা নাই নে ?"

তথাপিও পুলিচ অহালৈ ব'ব লাগিব । নাইবা ক'ৰবাৰপৰা ডাক্তাৰ অহালৈ বাট চাব লাগিব ।



যশোৱন্তৰ চিতাত পানী ছটিয়াই যেতিয়া হৰ্শ্বলে আহি বাৰাণ্ডাত বহিলহি তেতিয়া ৰাতি দোভাগ হৈছিল । লেবাৰ কেম্পৰ 'অভাৰ টাইম' কৰি আহি শ্ৰমিকহঁতে তেতিয়া নিঃপাল দি শুই পৰিছিল । পাঞ্জাবী খালাচী লঙ্গৰৰ হাই-উৰুমি তেতিয়া কমি আহিছে । জেনেৰেটৰৰ হোঁ-হোৱনিয়ে ৰাতিৰ নিঃশব্দতাক আৰু গম্ভীৰ কৰি তুলিছে । পুলিচ আৰু ৰেজিষ্টাৰ্ড ডাক্তাৰ লৈ হোৱা হৈ-হাল্লাৰ ফলত একে ৰাতিৰ ভিতৰত জীৱৰাম দাসে তিনিবাৰমান ক'ৰবালৈ অহা-যোৱা কৰিবলগীয়া হ'ল । এটা সময়ত তেওঁ আহি বাৰাণ্ডাৰ এটা চুকত বহিলহি ।

—গা ধুই আহিব নেকি ?

—একেলগে গা-ধুই অহাহেঁতেন বেয়া নাছিল । তুমি যদি ইচ্ছা কৰিছা ৰলা আজি ৰাতি আৰু শোৱা নহব !

—খালাচীটো আপোনাৰ পুৰণি চিনাকি মানুহ আছিল চাগৈ ?

—এৰা !

—হুইস্কিৰ বটল এটা আছে লগত নিম নেকি ?

হৰ্শ্বলে জীৱৰাম দাসলৈ মূৰ তুলি চালে । তেওঁৰ সৰল শিশুসুলভ মুখলৈ চাই কলে ঃ স্ফূৰ্তিৰ দিনতহে ছুই এঢোক গিলি ভাল লাগে !

জোনাকৰ এক ৰহস্যময় পোহৰে অহিৰণৰ ছয়োপাৰক বাৰবনিতাৰ হাঁহিৰ দৰে ছলনাময়ী কৰি ৰাখিছিল । আৰু এই ঠাই, যি ঠাইৰপৰা হসদেও নদীৰ বুকুৰপৰা ফালৰি কাটি অহিৰণে দক্ষিণমুৱা হৈ গতি কৰিছে······এই ঠাইৰ শোভাক আজি এই মুহূৰ্তত ঠিক যেন পাৰ্থিৱ যেন লগা নাই । জামু আৰু সৰৈ আৰু শালৰ হাবিৰ সেই ৰহস্যময় নীলাভ ৰং, বগলীৰ পাখিৰ দৰে শুভ্ৰ হৈ পৰি থকা বালি আৰু অহিৰণৰ এই পানী এই মুহূৰ্তত একেবাৰেই অপাৰ্থিৱ হৈ পৰিছে ।

ছয়ো শিল এছটাত বহিল ।

বাতি এনেদৰে গা-ধুৱ অহা কম বয়সীয়া এচিছটেন্ট এটিৰ লগত এনেদৰে মিলামিচা কৰা হৰ্গুলৰ জীৱনত একেবাৰে নতুন কথা।

—উঠি অহা খালাচী এটা কেনেদৰে এক মুহূৰ্তৰ ভিতৰত শেষ হৈ গ'ল দেখিলা নে ?

—এই ঘটনাটিয়ে আপোনাক কিছু বিব্ৰত কৰিছে নহয় নে ?

—নাই নাই—কি কৰিব মোক······মই এতিয়া কোম্পানীৰ বুঢ়া ঘোঁৰাৰ দৰে হৈ পৰিছোঁ···। অনেক দেখিছোঁ মই····· গাৰ এই ছাল একেবাৰে গঁড়ৰ ছালৰ দৰে হৈ পৰিছে !

শুনিছোঁ আগেয়ে আপুনি কিছুমান খালাচীক নাম ধৰি মাতিব পাৰিছিল। কোম্পানীৰ মেচন, ইলেকট্ৰিচিয়ান, প্ৰত্যেকটি ফিটাৰ, ৱায়াৰ মেন, ষ্টʼৰকীপাৰ, আনকি ক্ৰেইন ড্ৰাইভাৰহঁতকো আপুনি হেনো নাম ধৰি মাতিব পাৰিছিল ?

হৰ্গুলে হাঁহিলে।

—আমাৰ জেনেৰেল মেনেজাৰ চৌধুৰীয়েও 'ডেইলী পেইড' ৱাৰ্কাৰ কিছুমানৰ নাম জানিছিল। একো একোটা ব্ৰাঞ্চৰ তিনি চাৰি হেজাৰ 'ডেইলী পেইড' ৱাৰ্কাৰে কাম কৰিছিল। তেতিয়া কোম্পানীৰ অৱস্থা কেনেকুৱা আছিল জানা নে ?······ভাৰতবৰ্ষত সিঁচৰিত হৈ পৰিছিল কোম্পানীৰ কাম, কোম্পানীৰ যশ ! ১৯৬৮ চনত যেতিয়া জেনেৰেল মেনেজাৰে কোম্পানীৰ ডেইলী পেইড ৱাৰ্কাৰবোৰৰ নাম জানিছিল—সেই সময়ত আমাৰ কমিচন আছিল কিমান জানা নে ?

—কিমান ?

—কুৰি হাজাৰ টকা !

—১৯৬৮ চনত কমিছনৰ মুদা মৰিল। ······তেতিয়া মই ভলুকাডুবাত ! পশ্চিমবঙ্গৰ 'হলদীয়া ডক'ৰ কাম তেতিয়া আৰম্ভ হৈছেহে ! —শ্ৰমিকৰপৰা আৰম্ভ কৰি ফিটাৰ, ক্ৰেইন অপৰেটাৰ, ট্ৰাক ড্ৰাইভাৰ, ইউনিয়নৰ চেক্ৰেটেৰী, এক্সিকিউটিভ মেম্বাৰছ, একাউণ্টেণ্ট, টাইম কীপাৰ প্ৰত্যেকেই ইঞ্জিনীয়াৰবোৰক ঘেৰাও কৰিলে। কিছুমান ইঞ্জিনীয়াৰ 'ৱাৰ্ক চাইট'ত আছিল, কিছুমান অফিচত আছিল। সিহঁতে টেটুফালি চিঞৰিব ধৰিলে ঃ



—কমিছন ওভতাই দিয়ক ! মেনেজমেণ্টে ছলনা কৰিছে ! কোম্পানীয়ে যি প্ৰফিট কৰিছে সকলোৱে তাৰ ভাগ পাব লাগিব। অকল ইঞ্জিনীয়াৰে কিয় পাব ভাগ······

—ইঞ্জিনীয়াৰহঁত তহত মেনেজমেণ্টৰ দালাল !

—ইঞ্জিনীয়াৰ্ছ মুৰ্দাবাদ !

···ইঞ্জিনীয়াৰেও উত্তৰ দিলে ঃ

—কমিছন আমি ওভতাই নিদিওঁ। ই আমাৰ পৰিতোষিক অংশ। আমি চৌবিশ ঘণ্টা কাম কৰোঁ—আমাৰ অভাৰ টাইম কʼত ?

কোৱাৰ্টাৰত শিলগুটি পৰিল। দুই এটি জুনিয়ৰ ইঞ্জিনীয়াৰৰ লগত হতাহতিও হʼল। চাটাইৰ বেৰত লিখি থোৱা দেখা গʼল—

"শ্ৰমিকৰ তেজ শোষণ কৰা ইঞ্জিনীয়াৰ মুৰ্দাবাদ !"

তেতিয়াৰপৰা আৰম্ভ হʼল এই মেৰিট এলাউন্সৰ।

—সেইবোৰ ১৯৬৮ চনৰ কথা, কʼত আছিলা তুমি ?

—ছাত্ৰ আছিলোঁ !

—সেইবাৰেই মই ভাবিছিলোঁ ঘৰ বান্ধিম। মই মামাৰ ঘৰত ডাঙৰ হোৱা মানুহ। বৰ কষ্ট কৰি মামাই মোক পঢ়ুৱাইছিল। ছুটীত এবাৰ ঘৰ পাই দেখিলোঁ মামাৰ কেন্সাৰ হৈছে। মোলৈ টেলিগ্ৰাম পঠোৱাৰ আয়োজন কৰিছিল। তেওঁৰ লʼৰা-ছোৱালীবোৰে পঢ়ি আছে। মোৰ ঘৰ সজা আৰু নহʼল !···বুজিছা নহয় ?

—ভালেই হʼল নহয় নে দাস ! ঘৰ সাজি আকাশত চাং পাতি মোৰ বাবে কিয়েই বা লাভ আছিল ? সৰহ ভাগ সময়ে যাব বেলৰ ডবা, ষ্টেচনৰ ৰেটিং ৰুম আৰু চৰাইখানাত অতিবাহিত হৈছে তাৰ বাবে ঘৰ সাজিয়েই বা লাভ কি আছিল ?

—আজি আপুনি আবেগত অভিভূত হৈ কথা কৈছে। সেই খালাচীটোৱে নিশ্চয়······

—শুনা প্ৰথমে মানুহবোৰ এনেকৈ আঁতৰি যাওঁতে মোৰ বেয়া নালাগিছিল ; কিন্তু যেতিয়াৰপৰা মোৰ প্ৰিয় বন্ধু দাসমুন্সী গʼল······আচ্ছা

থাওক বাৰু এটা কথা মই অনুভৱ কৰিছোঁ তেতিয়াৰপৰা প্ৰত্যেকটি মৃত্যুৱে মোক কিছু ভাবুক কৰি তোলে······

—আহক আমি পানীত নামো···

শুনা— তোমাক মই এতিয়াই এটা কথা কৈ থৈছোঁ তুমি যিমান সোনকালে পৰা ঘৰ বান্ধা···বুজিছা··!

জীৱৰাম দাসে হাঁহি মাৰি কলে, আপুনি ইচ্ছা কৰিলে এতিয়াও ঘৰ ৰান্ধিব পাৰিব !

—আহক আমি পানীত নামো···! দুয়ো পানীলৈ উদ্দেশ্য কৰি আগবাঢ়ি গ'ল।

## তিনি

মুখ-হাত নোধোৱাকৈ ৰাতিপুৱাই হৰ্গুলে 'চাইটলৈ' গ'ল। ৰাতি হৈ যোৱা কাম তেওঁ পৰীক্ষা কৰিব ধৰিলে, ৰেল চিঙ্কিং এক ফুট মাটিৰ তলত যাব লগীয়া আছিল। গৈছে, গোটেই দিনটোৰ বাবে শ্ৰমিকহঁতক ভালদৰে ভগোৱা হৈছে নে নাই তেওঁ চালে। দিনত যি ঠাইত কনক্ৰিট আৰম্ভ হব তালৈ গৈও চালে। চাটাৰিং ইত্যাদি সাজু হৈ আছে নে খবৰ ললে। সব ঠিকে আছে। ···ষ্ট'ন ক্ৰেচাৰৰ ঝন্‌ঝননি···জেনেৰেটৰৰ হোঁ-হোৱনিয়ে চাইটলৈ ৰাতিপুৱাই এক নতুন উত্তেজনা লৈ আহিছে।

গেষ্ট হাউচলৈ যোৱা কেঁচা আলিটো ধূলিৰে ধূসৰিত এডাল মৰাপাটৰ ৰছীৰ দৰে পৰি আছে। হৰ্গুলে এইবাৰ মুখ-হাত ধুবলৈ উভতি আহিল। ···গেষ্ট হাউছৰ বাৰাণ্ডাত হৰ্গুলে আজিজ মিঞাক বহি থকা দেখিলে। তাৰ ওচৰত পৰি আছে এটা প্ৰকাণ্ড আৰি মাছ। পুৱাৰ প্ৰথম পোহৰত মাছঁটোৰ মসৃন ছালত বামধেনুৰ ৰং বিচ্ছুৰিত হৈ পৰিছে।

—কি হ'ল মিঞা আজি দেখোন ৰাতিপুৱাই আহিলা ?

মিঞাই মূৰ খজুৱাই কলে :



—আজি আন্ধাৰে পোহৰে আল্লাউদ্দিনৰ ঘাটলৈ গৈছিলোঁ। এই মাছটো মই এইখন কান্ধত লৈ আহিছোঁ ! ঠিক এনেকৈ লৈ আহিছোঁ চাওক !

আজিজ মিঞাই মাছটো কান্ধত লৈ হৰ্গুলক দেখুৱাই দিলে।

—ঘাটৰপৰা বেলৰে ব্ৰীজেৰে হসদেও পাৰ হৈ মাছটো এনেদৰে লৈ আহোঁতে মোৰ এজনী গাভৰু তিৰোতা কান্ধত লৈ অহাৰ দৰে লাগিছিল।

—এখন হাতত এটা ফটা ছাতি আৰু কান্ধত মাছ···আজিজ মিঞাই নিজৰ বসত নিজে মজি ঢেক্‌ঢেকাই হাঁহিব ধৰিলে।

—শুনা চাহাব মাছটো মই তোমাৰ বাবেই আনিলোঁ। সৌখিনিতে জুই ধৰি মই এটুকুৰ পুৰি খাম বাৰু···মাছটো তোমাৰহে যোগ্য !

অলপ সময় মৌন হৈ থাকি মিঞাই কলে :

—শুনা চাহাব মোৰ মনটো কিছুদিন ধৰি খু-তুৱাই আছে—মই মোৰ নিজৰ কামত আগবাঢ়িব পৰা নাই।

—তোমাৰ কি কাম ?

—চাহাব তুমি জানিও নাজানা ভাও ধৰিছা।

টুথ ব্ৰাছেৰে দাঁত ঘঁহি ঘঁহি হৰ্গুলে বাৰাণ্ডাৰ এটা মূৰৰপৰা আন এটা মূৰলৈ অহা-যোৱা কৰি কলে :

—বুজিছোঁ তোমাৰ মাৰাৰ মকবৰা···

—হয় চাহাব তোমাৰ ঠিক মনত আছে···কি ঠিক কেতিয়া আঁতৰি যাওঁ ! আজি ভৰিৰপৰা বেলৰে ব্ৰীজৰ ওপৰেৰে পাৰ হৈ আহোঁতে মই মাটিত বহি উশাহ লব লগীয়া হ'ল।

পিন্ধি থকা শতছিন্ন বনিয়নটি দাঙি আজিজ মিঞাই বুকুখন হৰ্গুলৰ পিনে দাঙি ধৰি কলে :

—চোৱা চাহাব জেং খৰিৰ দৰে ওলাই পৰা এই হাড়বোৰ চোৱা। মই বহুদিন বাচিম বুলি তুমি ভাবা নেকি ?

—মিঞা তুমি উভতি যোৱা। ইয়াত তোমাৰ কষ্ট হয়। 'বেলকো' ডৰি, ৰক্সিপাৰা এইবোৰলৈ দৈনিক কাপোৰ বিচাৰি যোৱাৰ স্বাস্থ্য তোমাৰ নাই।

—তুমি পাকিস্তানত যোৱাৰ কথা কৈছা চাহাব ?

—এৰা পাকিস্তানলৈ উভতি যোৱাৰ কথা কৈছোঁ।

আজিজ মিঞাৰ মূৰটো তললৈ দোঁ খাই পৰিল। ডিঙিৰ সোতমোচ খোৱা ছালৰ খলা-বমাত ঘামৰ কণিকা জিলিকি উঠিল।

—ৰবা মিঞা, মই এই মুখ-হাত ধুই আহি তোমাৰ লগত কথা হম।

ভিতৰৰপৰা মনচা ওলাই আহি বৰ আগ্ৰহেৰে মাছটো দাঙি ধৰি কলে:

—মিঞা তুমি এই মাছটো কেনেকৈ দাঙি আনিব পাৰিলাহে···।

ভিতৰত কদম আৰু ননীৰ হাঁহিৰ শব্দ শুনা গ'ল। হৰ্গুলে মুখ-হাত ধুই ওলাই আহিল:

—কি কম বুলি আহিছা কোৱা মিঞা···

—চিমেণ্টৰ কথা কব আহিছোঁ। মেছমে কলে দহ বস্তা চিমেণ্ট লাগিব।

—তুমি দেখিছা নহয় দিনে ৰাতিয়ে কাম চলিছে; তুমি কিছুদিন অপেক্ষা কৰিব লাগিব। বৰ অসুবিধা হব। 'পি ডব্লিউ ডি'য়ে চিমেণ্ট এক এক বস্তালৈ হিচাপ ৰাখে। সিহঁতৰ মানুহে ৰাক্ষসৰ দৰে খাব পাৰিব; কিন্তু তুমি পইচা দিলেও নোপোৱা। সৌ সিদিনা এক্সিকিউটিভ ইঞ্জিনীয়াৰে কুৰি বস্তা চিমেণ্ট লৈ গ'ল······আচ্ছা এইবোৰ যাওক বাৰু, তুমি ক'ৰবাৰ ৰজাৰৰপৰা ব্লেকত আনিব লাগিব। শুনা গৈছে কেতিয়াবালৈ খোলা বজাৰত হেনো চিমেণ্ট বিক্ৰী হব।

আজিজ মিঞাৰ মূৰটো আকৌ তললৈ দোঁ খাই পৰিল।

—শেষ হব নে বাৰু চাহাব? মোৰ এই আশা কেতিয়াবা পূৰণ হব নে চাহাব? কিছুদিনৰপৰা শৰীৰ এইদৰে দুৰ্বল হৈ পৰিছে!

—তুমি এনেকৈ হাড় ভঙা পৰিশ্ৰম কৰি ঘূৰি ফুৰাৰতো প্ৰয়োজন নাই। কেম্পৰ কাপোৰেৰে তোমাৰ হৈ যাব লাগিছিল দেখোন?

—সকলোবোৰ জানি শুনিও চাহাব তুমি এনেকৈ কোৱা···। চাৰপাৰা, ৰক্সিপাৰা, ডৰিব কাপোৰ আনো সঁচা কথা; কিন্তু মোৰ এটা আলমাৰি ৰক্সিপাৰাৰ ননীবাঈৰ ঘৰতো আছে। নাজানে আপুনি?

—নাজানো।



—বেলকো, ভাৰত এলুমিনিয়ামৰ, বাবুবোৰৰ কাপোৰ আনো সঁচা কথা; কিন্তু চাৰপাৰা ৰক্সিপাৰাৰ ছোৱালীবোৰৰ খা-খবৰ 'ফা-ফৰমাইচো' দিব লাগে। হসদেও বেৰেজৰ কেম্প ভাঙোতে ননীবায়ে কেম্পৰপৰা দেৱদাৰু কাঠৰ আলমাৰি এটা যৌতুকত পোৱাৰ দৰে পাইছিল। তাইৰ ঘৰত চাটাৰিং প্লেটৰ টিনৰ চালি এতিয়াও চক্‌চক্ কৰি আছে ···।

—তোমাক আলমাৰিটো কিয় দিলে?

—এন. চি. ডি. চি. (National Coal Development Corporation) কলিয়াৰীৰ নতুন বাবুৰ খবৰ সিহঁতক লাগে।

—শুনা চাহাব, তুমি নাভাবিবা মই সিহঁতৰ দৰিদ্ৰতাৰ সুযোগ লৈছোঁ বুলি। সেই বনবিভাগৰ ডাক্তৰটোৱে প্ৰচাৰ কৰি ফুৰিছিল গাঁৱৰ গোটেইজাক ছোৱালীৰ হেনো 'চিফিলিচ' আছে······শুনা চাহাব, তোমাৰ আগত প্ৰকাশ কৰা উচিত হোৱা নাই তথাপিও শুনা···!

মিঞাই ফুচ্‌ফুচাই কোৱাৰ দৰে ক'লে, "একো একোটা পৰিয়ালত চাৰি-পাঁচ জনীকৈ গাভৰু জীয়েক আছে···আৰু এই জীয়েকবোৰৰ দেখা দেখিকৈয়ে চাৰি-পাঁচটা জাৰজ সন্তান আছে...পেটৰ ভোক ইয়াত সকলোতকৈ ডাঙৰ কথা—দেখা নাই কেনেকুৱা শুকান বৰ্কশ মাটি...সৰৈৰ ফুলৰ ৰং দেখিছা? বিবৰ্ণ মাটিত অহৰহ যেন শগুণৰ ছায়াহে পৰি থাকে! ......চাহাব সৰৈ গছৰ ফুল দেখিছা নে?"

—ওহো!

—বেলকো, ভাৰত এলুমিনিয়াম,···এইবোৰ নহাহেঁতেন?···এইবোৰ কথা যাওক বাৰু! বৰ পাক লগা কথা এইবোৰ...হসদেও বেৰেজৰ কাম সাং হ'ল আৰু এই ছোৱালীজাক আহি ঘৰত বহিলহি···আৰু সেই বনবিভাগৰ ৰাক্ষস ডাক্তৰটোৱে প্ৰচাৰ কৰি গ'ল—চাৰপাৰাক 'চিফিলিচ' বেমাৰে ছাটি ধৰিছে!

—চাহাব?

—কোৱা।

—তুমি সিহঁতক উদ্ধাৰ কৰিব পাৰিবা নে? কেতিয়াও নোৱাৰা। মই

ভালকৈয়ে জানো   নোৱাৰা······পাপৰ গভীৰ গহ্বৰত সোমাই থকা মানুহক তুমি একেদিনাই টানি উলিয়াব পাৰিবা নে ?  নোৱাৰা···।  তেতিয়া হলে যি কেইটা দিন জীয়াই আছে জীয়াই থাকিব দিয়া। সিহঁতেতো বেছি দিন জীয়াই নাথাকে। তুমি মই কোনেও দেৱদূত হব নোৱাৰোঁ! এদিনৰ চং দি কি লাভ চাহাব ? কোৱা চাহাব ছুদিনৰ বাবে অহিৰণত আহি তুমি সিহঁতক সেই গহ্বৰৰ পৰা টানি আনিব পাৰিবা ?

—নোৱাৰোঁ!

আঙুলি এটি হৰ্গুলৰ পিনে টোঁৱাই মিঞাই এইবাৰ আৰ্তনাদ কৰি উঠিল······"জীয়াই থাকিব লাগে এতিয়া জীয়াই থকাটোৱে ডাঙৰ কথা হৈছে। ইয়াৰ বাবে সিহঁতে যদি মোক 'দালাল' বুলিও গালি পাৰে—পাৰক!"

—কোনে ?

—এই বনবিভাগৰ মানুহে—এই কোম্পানীৰ মানুহে!

······ক্ৰেচাবৰ ঝক্ ঝক্ শব্দ আৰু স্পষ্ট হৈ আহিল। 'কোৱাৰিলৈ' অহা-যোৱা ক· ট্ৰাকৰ ধূলি উৰি আহি গেষ্ট হাউছৰ মজিয়া বুৰাই পেলালে। ভিতৰৰপৰা মনচা ওলাই চাহৰ টেবুল সজাব ধৰিলে।

—তুমিও চাহ খোৱা মিঞা ?

—নাই নালাগে চাহাব—চাহ খোৱা মোৰ অভ্যাস নাই।

মিঞা উঠিল। কাপোৰৰ দমটো সি কান্ধত তুলি ললে :

—শুনা চাহাব, তোমাক এইবোৰ কথা কব নালাগিছিল······অলপ মান মহুৱাৰ আঁচোৰ এতিয়াও আছে ·····ৰাতিপুৱাই ডাম্পাৰ ড্ৰাইভাৰটোক লগ পাইছিলোঁ সি কলিয়াবীলৈ গৈছিল···আচ্ছা উঠিলোঁ বাৰু···মোৰ কথা মনত থাকিব নহয় ? যিবোৰ কথা তোমাক কলোঁ সেইবোৰ চব সঁচা কথা কিন্তু। তুমি নিশ্চয় গম পোৱা সকলোৰে মনত একো একোটা 'নাদিৰ শ্বাহ' লুকাই থাকে! শুনা, 'মহাত্মা গান্ধী'ও লুকাই থাকে······

উঠি যোৱাৰ সময়ত মিঞাই গুণগুণাই গীত গাই গ'ল। মহুৱাৰ আমেজ মিঞাৰ ভালদৰেই আছিল :



—মৈনে কহা,
মুঝে হালাল কৰো।
ওসনে কহা,
নহী ঝটকা কৰুঙ্গা।
মৈনে কহা চলে ঝটকা হী সহী!
ওসনে কহা, নহী, হালাল কৰুঙ্গা॥"

চাহৰ ট্ৰে আনি মনচাই টেবুলৰ ওপৰত থলে। গেষ্ট হাউছেৰে ফালৰি কাটি যোৱা আলিৰে আগুৱাই যোৱা মিঞাৰ দুৰ্বল খোজ কেইটালৈ লক্ষ্য কৰি মনচাই কলে :

—কাপোৰৰ টোপোলাটো দাঙোতেই মিঞাই হামখুৰি খাই পৰিব যেন লাগিল। মই কৈছিলোঁ কোম্পানীৰ ৰানাৰৰ চাইকেলৰ পিছত উঠি যাওক—সি কি কয় জানে চাহাব ? সি হেনো খোজকাঢ়ি ভাল পায় ? অহিৰণৰপৰা ডৰিলৈ কেইজোপা গছ আছে সি হেনো চব জানে!

—তহঁত একে ঠাইৰ মানুহ নেকি ?

—ওহো মোৰ জিলা ৰায়পুৰ। মিঞা/চাৰপাৰৰ মানুহ। পূৰ্বপুৰুষসকল চাহাবগঞ্জৰপৰা উঠি আহিছে।

মনচাই এইবাৰ হৰ্গুলৰ ওচৰত থিয় হৈ পুৰণি ভৃত্যৰ দৰে বিচিব ধৰিলে। হৰ্গুলে এইবাৰ জীৱৰামৰ কোঠালৈ চালে। জীৱৰাম নাই। কোৱাৰ্টাৰটি মনোমোহাকৈ সজোৱাত ব্যস্ত হৈ পৰিছে তেওঁ কিছুদিনৰপৰা।

—শুনক চাহাব চোৰাংচোৱাই চাই আছে। মেনেজাৰৰ ঘৰ নাই . অথচ জুনিয়ৰ ইঞ্জিনীয়াৰৰ আহল বহল কোঠা। চব কোঠাতে 'ফলচ চিলিং'। ইউনিয়নে ভাবুকি দিছে কোনোবা দিনা তচনচ কৰি পেলাব!

## চাৰি

আহাৰৰ মাহ। সবৈ গছত পূৰঠ ডালচেনি
ৰৰণৰ ফুলবোৰ মৌৰ বাহৰ দৰে ওলমি পৰিছে। অহিবণৰ পানী শুকা
আহিছে। চাৰি আৰু পাঁচ নম্বৰ পিয়াৰৰ আধা ভাগ সমাপ্ত হৈছে। ছয় নম্বৰ
'ৰেল চিঙ্কিং' চলি আছে। অহিবণৰ এটা পাৰৰপৰা আন এটা পাৰলৈ
ট্ৰাক অহা যোৱা কৰা, বস্তু-বাহানী অনা নিয়া কৰা ইত্যাদিৰ বাবে ষ্টীল
গাৰ্ডাৰেৰে পঞ্চাশ ফুট দীঘল এখন অস্থায়ী দলং সজা হৈছিল।

......অফিচলৈ গৈ হৰ্শুলে দেখা পালে হেড অফিচৰপৰা এখন চাৰ্কুলা
আহিছে...এই চাৰ্কুলাৰে অভাৰটাইম বাঢ়ি অহা বুলি আপত্তি কৰিছে
'টাইম কীপাৰক' কৈ দিয়া হৈছিল। খালাচীবোৰৰ চিফ্‌ট বাৰ ঘণ্টা
ঠাইত দহ ঘণ্টা কৰি দিয়া হওক!

পাছদিনা হৰ্শুলে দূৰৈৰ পৰা দেখিলে অফিচ
মজিয়াত শ্ৰমিকৰ লৰা-ঢপৰা লাগি পৰিছে। ৰেল চিঙ্কিং বন্ধ কৰা হৈছে।

অফিচৰ বাৰাণ্ডাত থিয় দিয়াৰ লগে লগে ৰেল চিঙ্কিঙৰ 'ফিটাৰ', 'ফিটা
হেলপাৰ', 'পাম্প অপাৰেটৰ', 'ক্ৰেইন অপাৰেটৰ' আৰু পাঞ্জাবী খালাচীহঁ
চিঞৰিব ধৰিলে:

"ইনক্লাব জিন্দাবাদ! মেনেজমেণ্ট মুৰ্দাবাদ।
মেনেজমেণ্টকা 'জবৰদস্তি' নেহি চলেগা — নেহি চলেগা।
দম মাৰো দম.........কাম কৰো কাম।"

খালাচীহঁতৰ মাজত বহি থকা ছেক্ৰেটৰীটি উঠি আহিল। ক্ষীণ শৰী
গালৰ হনু স্পষ্ট, কোটৰগত চকুত ক্ৰুদ্ধ চাৱনি, গাত পুৰণি মলিয়ন বনি



আৰু পায়জামা। ভৰিত ডানলপৰ সস্তীয়া চেণ্ডেল। ভিৰৰ মাজৰপৰা উঠি আহি সি হৰ্শুলৰ ওচৰত থিয় হৈ এক নাটকীয় ভঙ্গীৰে চিঞৰি উঠিল:

—খালাচীৰ পেটত লাথি মাৰিবলৈ এয়া কিহৰ আয়োজন কৰা হৈছে। ...এয়া কোন দেশৰ 'কিচ্ছা'?

—মই কি কৰিম। হেড অফিছৰ চাৰ্কুলাৰক মই কি কৰিব পাৰোঁ... ? কোম্পানীৰ মই এটি......

—ক'ৰবাৰ বজাৰত চাউলৰ দাম কিমান কৰ পাৰে নে চাহাব? অভাৰ টাইম কৰি খালাচীয়ে দুপইচা উপাৰ্জন কৰিছিল......

—তোমালোকেতো জানা হেড অফিছলৈ ৰিপৰ্ট পঠিয়াব লাগে...অভাৰ টাইমৰো ৰিপৰ্ট পঠিয়াব লাগে......

হঠাৎ হৰ্শুল উঠিল—এক ধৰণৰ উৎসাহ দেখুৱাই তেওঁ ক'লে:

—কামৰ প্ৰগ্ৰেছৰ বিষয়ে মই হেড অফিছলৈ লিখিম......শুনা, এই প্ৰগ্ৰেছ মই ভাল নোহোৱা বুলিয়ে লিখিম—দুঘণ্টা অভাৰ টাইম দিয়াৰ কথা লিখিম। গতিকে উত্তৰ অহালৈ তোমালোকে বাট চোৱা।......

বিচাৰ বিমৰ্ষ চলিল, তৰ্কাতৰ্কি চলিল। খালাচী অফিছৰ চাটাইৰ বেৰত মেনেজমেণ্টৰ বিৰুদ্ধে লিখি থোৱা কথা কিছুমান মচি পেলোৱাৰ আয়োজন কৰা হ'ল।

হৰ্শুলে স্বস্তিৰে উশাহ ললে। বৰ সোনকালে সিহঁতে আজি মানি ললে। বেছি ভাগ খালাচীয়ে বিভিন্ন ব্ৰাঞ্চত তেওঁৰ লগত কাম কৰিছিল, হৰ্শুলৰ মনত আছে। এবাৰ হৰ্শুলৰ কান্ধত কোনোবাই এপাত ফটা হাৱাই চপ্পল মাৰি পঠিয়াইছিল, সেইবাবেই তেওঁৰ ৰেজিগ্‌নেশনৰ চিঠিখন ডি. জি. এমে ঘূৰাই পঠিয়াইছিল...ডি. জি. এম. দাসমুন্সী। যোৱা কুৰি বছৰ ধৰি হৰ্শুলৰ পথ প্ৰদৰ্শক হৈ থকা দাসমুন্সী! কৰ্মই যাৰ ধৰ্ম, চৰিত্ৰই যাৰ মহান অস্ত্ৰ স্বৰূপ সেয়ে আছিল দাসমুন্সী। সেয়ে আছিল ডেৰকুৰি বছৰ ধৰি দিনে চৈধ্য ঘণ্টাকৈ কাম কৰা অবিবাহিত দাসমুন্সী! অজ্ঞাতসাৰেই দাসমুন্সী হৰ্শুলৰ পথ প্ৰদৰ্শক হৈ পৰিছিল। তৰুণ অৱস্থাত দাসমুন্সীৰ খোজ কাটল, দাস মুন্সীৰ চুলি আচোঁৰাৰ ষ্টাইল আনকি দাসমুন্সীয়ে পঢ়া কিতাপো পঢ়িব আৰম্ভ

কৰিছিল হৰ্গুলে। কামৰ মাজত নিজকে গাহৰি থকাৰ অভ্যাস দাসমুন্সীৰ পৰাই শিকিছিল হৰ্গুলে । ··

বৃদ্ধ বয়সত দাসমুন্সীয়ে কৈছিল :

—সমগ্ৰ ভাৰতবৰ্ষৰ অনেক ব্ৰীজত তেওঁৰ ইঞ্জিনীয়াৰিং স্কীলৰ স্মৃতি তেওঁ এৰি থৈ যাব পাৰিছে। অনেক ঠাইত অনেক জটিল ইঞ্জিনীয়াৰিং সমস্যাৰ সমাধান তেওঁ কৰি থৈ যাব পাৰিছে। কোম্পানীয়ে প্ৰথম 'Cantilever method of Construction'তেওঁৰ তলতেই কৰিছিল। অনেক ব্ৰীজ আৰু অ্যাকোয়িডাক্টত তেওঁৰ বুদ্ধিমত্তা আৰু পৰিশ্ৰমৰ স্বাক্ষৰ স্পষ্ট হৈ আছে। সেইবোৰ তেওঁৰ জীৱনৰ সৈতে জড়িত হৈ আছে।

··ক্ৰেচাৰৰ ওচৰত থিয় হৈ হৰ্গুলে কপালৰ ঘাঁম মচি ল'লে।

দাস মুন্সীয়ে এদিন তেওঁৰ 'ৰেজিগ্‌নেশ্বন লেটাৰ' ওভতাই পঠিয়াই কৈছিল:

—"কাঁইটৰ মাজেৰে খোজ কাঢ়িব শিকা, সেয়ে জীৱন"! ···শিল, চাটাৰিং প্লেট আৰু বালিৰ দ'ম পাৰ হৈ হৰ্গুলে ৰেল চিঙ্কিঙৰ ওচৰত থিয় হ'ল। খলাচীবোৰে নতুন উদ্যমেৰে কামত লাগিছে। ···শেষলৈ দাস মুন্সীৰো বাৰু এনেকুৱা এটা ভাৱ হৈছিল নেকি ···ৰেলৰ ডবা, চৰাইখানা নাইবা ৰাজ আলিৰ বুকুত কোনেও নজনাকৈ তেওঁ কেতিয়াবা হয়তো শেষ নিশ্বাস পেলাব লাগিব। আজি ছকুৰি পাঁচ বছৰ বয়সত হৰ্গুলৰ মনলৈ ঠিক এনে ধৰণৰ ভাব আহিছে। তিনিকুৰি বছৰ বয়সত দাস মুন্সীৰ ঠিক এনে ধৰণৰ ভাব অহা নাছিল নে ?

···সূৰ্য্য মূৰৰ ওপৰলৈ উঠি আহিছে। আকাশলৈ মূৰ তুলি চোৱা অসম্ভৱ হৈ পৰিছে। ওচৰত গছ-গছনি নাই। ···অহিৰণৰ বালিৰ পৰা এতিয়াই যেন জুইৰ ফিৰিঙতি উৰি আহি গোটেইখন ছাৰখাৰ কৰি পেলাব। এবাৰ উভতি চাই হৰ্গুলে দেখিলে শ্ৰমিকৰ ভিৰ ঠেলি মনচা লৰি আহিছে। হাতত তাৰ কেনভাচৰ 'চানকেপ' !

—ৰ'দ বাঢ়ি অহা দেখি মই আৰু বৈ থাকিব নোৱাৰিলোঁ চাহাব, পিন্ধি লওক··· ! মই কেৰাহিত তেল বহাই থৈ আহিছোঁ।

হৰ্গুলৰ হাতত চানকেপটো দি সি আকৌ উভতি গ'ল।



'ৰেল ষ্টিনিঙৰ' (steining) ওপৰত থিয় হৈ হৰ্গুলে 'চিঙ্কিং' পৰিদৰ্শন কৰিব ধৰিলে।

—অলপ পাচত জীৱৰাম দাসক আগবাঢ়ি অহা দেখা গ'ল। মূৰত চানকেপ। প্ৰফুল্লিত চেহেৰা। জীৱৰাম দাসে 'চিঙ্কিং' পৰিদৰ্শন কৰাৰ লগে লগে হৰ্গুল অফিছলৈ উভতি আহিল।

তেওঁ ভাওঁচাৰৰ ফাইল লৈ ব্যস্ত হৈ পৰিল।···মাজে মাজে বতাহৰ লগত ক্ৰেচাৰৰ ধূলি দুৱাৰ খিৰিকীৰে ভিতৰলৈ সোমাই আহিল। অলপ আঁতৰৰ 'টাইম কীপাৰৰ' অফিছত তেতিয়াও পলমকৈ অহা শ্ৰমিকৰ বাক্-বিতণ্ডা চলি আছিল। শিলৰ টুকুৰি মূৰত লৈ 'ক্ৰেচাৰত' ঢালিব যোৱা 'ওৰাং আৰু ভীল' শ্ৰমিক যুৱতিৰ হাঁহি খিকিন্দালিয়ে মাজে মাজে এই ৰুক্ষ, কৰ্কশ শব্দৰাশিৰ ওপৰত এক ৰঙীন আভা বিচ্ছুৰিত কৰি দিছিল। ···এবাৰ মূৰ তুলি হৰ্গুলৰ দূৰৈৰ আল্লাউদ্দিনৰ দোকান চকুত পৰিল। আল্লাউদ্দিনে বিড়ি হুপি হুপি দোকানৰ মজিয়াত বহি আছে। আল্লাউদ্দিনৰ সাত বছৰীয়া ল'ৰা ইস্কন্দৰে অফিছৰ দুৱাৰ মুখলৈ আহি কিছু সময় সেমেনা-সেমেনি কৰি থিয় হৈ ৰ'ল। সি বোধহয় কব খুজিছিল :

—"মোক কাম দিবি চাহাব ?" কিছু সময় সেমেনা সেমেনি কৰি থাকি সি আঁতৰি যোৱা হৰ্গুলে গম পালে। গোটেই দিনটো ইস্কন্দৰে 'চাইটত' টলো টলো কৰি ঘূৰি ফুৰিছিল। কেতিয়াবা ক্ৰেইনৰ ওচৰত অবাক হৈ থিয় হৈছিল ! কেতিয়াবা হৈ যোৱা 'পিয়াৰত' পাইপেৰে পানী ঢালি থকা বন্ধুৱাৰ লগত পাইপ লৈ টনা আজোৰা কৰি বং বহইচ কৰিছিল—কেতিয়াবা 'গোণ্ড' শ্ৰমিক তিৰোতাৰ কমৰ বন্ধত টান মাৰি দি দুষ্টালি কৰিছিল। হৰ্গুলে অনেক সময়ত তাক আজিজ মিঞাৰ লগত কেম্পৰ দাঁতিত থকা 'সৰৈ'ৰ তলত ফলি পেঞ্চিল লৈ বহাও দেখিছিল। ···মধ্যাহ্ন সূৰ্য্যৰ তাপ আৰু প্ৰখৰ হৈ আহিছে। 'ক্ৰেচাৰৰ' শব্দ কমি আহিছে। হৰ্গুলৰ মনত পৰিল—ৰ মনচাই এবাৰ ভাত খাই অহাৰ কথা তেওঁক সোঁৱৰাই গৈছিল। কেম্পৰ মাজেৰে যোৱা সংক্ষিপ্ত পথেৰে তেওঁ আগবাঢ়িল। বাটত মিঞাৰ চাটাইৰ জুপুৰিত হৰ্গুলে মিঞাক থিয় হৈ থকা দেখিলে। মিঞাই হাত দাঙি কলে :

— শুনক চাহাব বৰ ডাঙৰ কথা হৈছে। গেষ্ট হাউছত আজি খকাখুন্দা লাগি পৰিছে।

— কাৰ খকা-খুন্দা···?

— সৰু চাহাব আৰু মনচাৰ।

হৈ-হাল্লা চিঞৰ-বাখৰ তেতিয়াও চলি আছিল।

দুৱাৰ মুখত থিয় হৈ হৰ্গুলে এটা অদ্ভুত দৃশ্য দেখা পালে। জীৰবাম দাসে মনচাৰ কামিজৰ বুকুত তেতিয়াও খামুচি ধৰি আছে। আঁতৰত আম গছ জোপাৰ আঁৰ হৈ কঁপি কঁপি থিয় হৈ আছে ননী বাঈ।

— ছিঃ ছিঃ! এৰি দিয়া জীৰবাম···!

···হৰ্গুলে একপ্ৰকাৰ আৰ্ত্তনাদ কৰি উঠিল। আৰু হাতত ধৰি এক প্ৰকাৰ টানি অনাৰ দৰে জীৰবাম দাসক টানি আনিলে।

—এয়া ভদ্ৰলোকৰ বাসস্থান···ই কি কৰিছিল জানে নে? এইপিনে মন কাণ দিবলৈ আপোনৰতো সময় নাই!

—নাই—নাই তুমি মোক একো নকৰা জীৰবাম!

মনচাই এইবাৰ এটা সৰু শিশুৰ দৰে হাও হাও কৈ কান্দিব ধৰিলে। বিশৃঙ্খল কণ্ঠেৰে সি চিঞৰি চিঞৰি কলে:

—তাইৰ হাতত মই ধৰিছিলো সঁচা কথা। আমি অহিৰণত নাঙঠ হৈ গা-ধোৱা দিনৰ পৰা ইটিয়ে সিটিক জানো। আমি চাৰপাৰাত একেলগে··· মোৰ কি বেয়া উদ্দেশ্য থাকিব পাৰে চাহাব···!

আম গছৰ আঁৰ হৈ থৰহৰি কম্পমান হৈ থকা ননীয়ে বুকুত সাহস বান্ধি হৰ্গুলক কিবা কবলৈ আগবাঢ়ি আহিছিল। হৰ্গুলে ইতিমধ্যে নিজৰ কোঠাত সোমাই দুৱাৰ বন্ধ কৰি দিলে। এইদৰে মনচাকো তেওঁ এই বিষয়ে আৰু বাক-বিতণ্ডা কৰাৰ সুযোগ নিদিলে। বাৰাণ্ডাত গোট খোৱা মানুহ কেইটাই বিশেষ একো নঘটা দেখি কিছু হতাশ হৈ ঘৰাঘৰি ঢাপলি মেলিলে।



## পাঁচ

গধূলি এটা সময়ত হৰ্গুলে টাইম কীপাৰ দুৰ্য্যোধন ঠাকুৰলৈ অপেক্ষা কৰিলে। ১৯৬৮ চনত ইউনিয়ন আৰম্ভ হোৱাৰ পৰা ইঞ্জিনীয়াৰ আৰু শ্ৰমিকৰ মাজত যিখন প্ৰাচীৰৰ সৃষ্টি হৈছিল সেই প্ৰাচীৰক দুৰ্য্যোধনে ভ্ৰূক্ষেপ কৰা নাই। অথচ দুই এটি পুৰণি বন্ধু হৰ্গুলে হেৰুৱাৰ লগীয়া হৈছিল। হৰ্গুলে মূৰ তুলি চালে। জীৰবাম দাস 'চাইটৰ' পৰা অহা নাই। কৰ্মী ল'ৰা। এদিন উন্নতি কৰিব। খুটা এটাৰ ওচৰত ইস্কন্দৰ বহি আছে! হাতত তাৰ ফলি আৰু পেঞ্চিল।

—আজি কোনে পঢ়াম বুলি কৈছে অ' তোক?

— আজিজ মিঞাই।

—ক'তা সি দেখোন অহা নাই?

—আহিব, কাপোৰ ভাটিত দিছে।

—আজিকালি তোৰ পিতাৰাৰ দোকানত দোখোন একো পাবলৈ নাইঅ'?

—কাঠঘোৰা আৰু ছুৰীৰ বাঈহঁতে নিছে।

—কি নিছে?

—চাউল।

···চাইটৰ সংক্ষিপ্ত পথেৰে ঠাকুৰক আগবাঢ়ি অহা দেখা গ'ল। কপালত চন্দনৰ ৰেখা। অলপ আগেয়ে বোধহয় অহিৰণত গা ধুই আহিছে।

—আহা আহা ঠাকুৰ মই তোমাৰ বাবে অপেক্ষা কৰি আছিলোঁ।

—শুনা ঠাকুৰ, পাণ্ডেৰ কোৱাৰ্টাৰটি বহুদিনৰ পৰা খালী হৈ আছে। চুপাৰ ষ্ট্ৰাকচাৰ এটি নতুন ইঞ্জিনীয়াৰো অহাৰ কথা আছে। মই সেই কোৱাৰ্টাৰটিতে থকাৰ কথা ভাবিছো; তোমাৰো তেনেই ওচৰতে হব তেতিয়া! গেষ্ট হাউছৰ এই কোঠাটি নতুন ইঞ্জিনীয়াৰক দিব লাগিব।

—ভালেই হব; আহল-বহল কোৱাৰ্টাৰটি তেনেদৰে থম থমকৈ পৰি থাকিলেও ভাল নেদেখি; তদুপৰি চাৰপাৰাৰ গৰখীয়া জাকে আজিকালি

ঘৰটোত ভূতৰ ঘৰ বুলি শিলগুটি দলিয়াব আৰম্ভ কৰিছে—বৰষুণ আৰম্ভ হ'লে তাত সাপৰ বাহ হব।

—পৰি থকা স্কুলটোৰ কি হব? পাণ্ডেৰ পৰিবাৰ নিৰ্মলা আইদেউৰ কথা সৰলোৱে স্মৰণ কৰে। তেওঁৰ কিবা খবৰ পাইনে আপুনি চাহাব?

—শুনিছোঁ আজিকালি ছুৰীৰ হাইস্কুলত কাম কৰে।

—তেওঁ যোৱাৰ পৰা স্কুলটোৰ অৱস্থা কি হৈছে লক্ষ্য কৰিছে নে চাহাব? খেতিৰ মাজত মুখ নালাগিবলৈ দিয়া মাটিৰ পুতলাৰ দৰে অৱস্থা হৈছে। ল'ৰাহঁতে ডামৰেৰে তাত কত ধৰণৰ ছবি আঁকি থৈছে আপুনি লক্ষ্য কৰিছে নে?

—ব্ৰাঞ্চৰ ল'ৰা-ছোৱালীবোৰ লক্ষ্য কৰিছে নে ঠাকুৰ আজিকালি। মই সিহঁতক পুৰাৰপৰা গধূলিলৈ চাইটৰ লাম-লাকটুৰিবোৰ লৈ খেলি থকাহে দেখিছোঁ।

সৌটো ইস্কন্দৰলৈ চাওঁক! কেনেকৈ ফলি পেঞ্চিল লৈ বহি আছে।

—কিছুদিনৰ কাৰণে ক'ৰবাৰপৰা মাষ্টৰ এটা আনিব নোৱাৰা নে ঠাকুৰ? ঠাকুৰে ঢেক্‌ঢেকাই হাঁহিব ধৰিলে।

—এই চাবপাৰা আৰু ৰব্বিপাৰাত শিক্ষিত মানুহ এটাও নাই। ডবিত আছে—কিন্তু তাৰ পৰা এই আঠ মাইল বাটকুৰি বাই কোন আহিব?

—এৰা বাচৰ বন্দোবস্ত নাই। ডাম্পাৰত উঠিও বা কোন আহিব? কিন্তু কিবা এটা বন্দোবস্ত কৰিব লাগিব ঠাকুৰ। উঠি অহা ল'ৰা-ছোৱালীবোৰক এনেদৰে তলো তলোকৈ ঘূৰি ফুৰিবতো দিব নোৱাৰি! ঠাকুৰে কলে:

—সেইদিনা ইউনিয়ন'ৰ মিটিং এখন হৈছিল—চুপাৰ ভাইজাৰ মধুসূদনে পাৰ্ট টাইম কাম কৰিবলৈ ৰাজি আছে।

কিছু সময় মৌন হৈ থাকিল ঠাকুৰ। তাৰ পাচত হৰ্শুললৈ মূৰ তুলি চাই কলে:

—বহুদিনৰ পৰা আপোনাক কথা এটা কম বুলি ভাবি আছিলোঁ। আপোনাক বোধহয় কোনেও সোঁৱৰাই দিয়া নাই; এতিয়াও আপোনাৰ বয়স পাৰ হোৱা নাই—আপুনি সংসাৰ কৰাৰ কথা ভৱা নাই— চাহাব?



—সংসাৰ!

আৰ্তনাদ কৰি উঠিল হৰ্শুলে।

—ঠাকুৰে ক'লে শুনক—বয়সত মই বোধহয় আপোনাতকৈ ডাঙৰ। তদুপৰি যোৱা কুৰি বছৰ ধৰি মই আপোনাৰ সংস্পৰ্শত আছোঁ, মোৰ ভাৱ হৈছে আপুনি এতিয়া সংসাৰ কৰা উচিত।

—এই বয়সত মোৰ ওচৰলৈ কোন আহিব ঠাকুৰ?

—এটা কথা কওঁ আপুনি বেয়া নাপায় নিশ্চয়।

—ওহো নাপাওঁ।

—আপুনি নিৰ্মলাক বিয়া কৰাওক। মোৰ বোধেৰে তেওঁ আপত্তি নকৰিব।

—তুমি কেনেকৈ জানিলা তেওঁ আপত্তি নকৰে?

—আপোনালোক দুয়ো ইটিয়ে সিটিক নিশ্চয় কিছু পৰিমাণে জানে। কাৰণ পাণ্ডে চাহাব আপোনাৰ প্ৰিয় বন্ধু আছিল। মোৰ বোধেৰে মান্তি হব···কোনে জানে তেওঁ কিজানি আপোনাৰ বাবে অপেক্ষা কৰি আছে।

—"অপেক্ষা"? আকৌ এবাৰ আৰ্তনাদ কৰি উঠিল হৰ্শুলে। কিন্তু টাইম কীপাৰ ঠাকুৰৰ দৃষ্টি গভীৰ আছিল। প্ৰকৃত শুভাকাঙ্খীৰ দৰে তেওঁ কথাবোৰ কৈ গৈছিল। তদুপৰি এই কথা কবলৈ আজি তেওঁ একপ্ৰকাৰ সাজু হৈ আহিছিল।

—আপোনাক এজন সুদক্ষ ইঞ্জিনীয়াৰ কৰি গঢ়ি তোলা, আপোনাক এনেকুৱা 'কৰ্মযোগী' কৰি গঢ়ি তোলা দাসমুন্সীৰ শেষ অৱস্থা দুঃখজনক নহ'ল নে? ···এটা অচিনাকি চৰাইখানাত তেওঁৰ মৰাশ'টি হেনো দুদিন বাহী হৈ আছিল। শেষত কোম্পানীৰ মানুহ হে যাব লগা হ'ল। বংশ পৰিয়াল কোনো নাই। আপোনাৰ বাহিৰে বোধহয় অন্তৰঙ্গ বন্ধু-বান্ধৱো কোনো নাছিল। ···শুনা যায় এসময়ত তেওঁ জুনিয়ৰ ইঞ্জিনীয়াৰ আৰু শ্ৰমিকহঁতক বৰ বেয়া ব্যৱহাৰ কৰিছিল···বৰষুণত তিতি তিতি হলেও জুনিয়ৰ ইঞ্জিনীয়াৰহঁতে কাম কৰিব লাগিছিল। ৰ'দে সিহঁতৰ কোমল ছাল পুৰি এঙাৰ বৰণীয়া কৰিছিল।

—নাই নাই এইবোৰ কথা সঁচা নহয়। বাহিৰত কক্ষ আছিল যদিও হৃদয় তেওঁৰ শিশুৰ দৰে সবল আছিল।

—আচ্ছা সেইবোৰ যিয়েই নহওক বাৰু, এয়া চাওঁক মোৰ চুলি পকি বগা হৈ গৈছে, চকুৰে লাহে লাহে কম দেখা হৈ আহিছোঁ। এতিয়া মাথো শান্তিৰহে প্রয়োজন। মোৰ শেষ কৃত্য কৰিবলৈ মোৰ সন্তান আছে। এই কথাটিয়ে আজিকালি এক ধৰণৰ সান্ত্বনা হৈ ধৰা দিছে। কুৰি বছৰ মই আপোনাৰ লগত কাম কৰিছোঁ।

—আপোনাক দেখিলে ভাব হয় দাসমুন্সীৰ দৰে মানুহ আপুনি নহয়। আপুনি সংসাৰী মানুহ। এটি মানুহৰ এটা অংশহে আমি অনুসৰণ কৰিব পাৰোঁ। সম্পূর্ণ ৰূপে অনুসৰণ কৰিব যোৱা মূর্খৰ কাম নহয় নে?

—নাই নাই মই তেওঁক তেনেদৰে অনুসৰণ কৰা নাছিলোঁ। তেওঁ মোৰ পথ প্রদর্শকহে আছিল। শুনক ঘৰ সাজিব যে মই চেষ্টা কৰা নাছিলোঁ—এনে নহয়···

হৰ্গুলে তলমূৰ কৰিলে। থুতুৰিৰ তলৰ মঙহ এচপৰা স্পষ্ট হৈ উঠিল। আকৌ ক'লে ঠাকুৰে:

—মোৰ কথা আপোনাৰ মনত থাকিব নহয় নে? ধর্ম গ্রন্থত কোৱা আছে নতুনকৈ সাজি দিয়া ঘৰতকৈও ভঙা ঘৰ সাজি দিয়া বেছি পুণ্যৰ কথা···

—মোৰ কথা আপোনাৰ মনত থাকিব নহয়?

—ৰেল চিঙ্কিঙৰ চুপাৰ ভাইজাৰ ৰামস্বামীক আগবাঢ়ি অহা দেখা গ'ল। অলপ বিমোৰত পৰাৰ দৰে ৰামস্বামীয়ে কলে:

—আপুনি এতিয়াই 'চাইটলৈ' এবাৰ আহিব লাগে।

—কিয়?

—পি. ডব্লিউ. ডি'ৰ এছ. ডি. অ' অভাবচিয়াৰ, সকলোৱে আপানাৰ বাবে অপেক্ষা কৰি আছে; এটা ডাঙৰ ঘটনা ঘটিছে।

—ডাঙৰ ঘটনা! কি ঘটনা?

বহাৰ পৰা উঠি থিয় হ'ল হৰ্গুল।

"পাঁচ নম্বৰ ৰেলত ব্লাষ্টিং কৰাৰ পাচত কাটিং এজত এটা যথেষ্ট দীঘল



ফাট দেখা দিছে।

সংক্ষিপ্ত পথেৰে ৰামস্বামীৰ সৈতে দুয়ো আগবাঢ়িল। ···ৰেলৰ ওচৰত এজাক মানুহ থিয় হৈ থকা দেখা গ'ল। সিহঁতৰ বিবর্ণ বিব্রত মুখ। নাৰিকলৰ মোটা ৰছীৰ জখলাৰে হৰ্গুলে তললৈ নামি গ'ল। 'হেণ্ড লেম্পৰ' পোহৰত হৰ্গুলে দেখিলে হয় কোৱাৰ্টাৰ ইঞ্চি বহল এটা ফাট ওচৰলৈ ক্ষীণ হৈ উঠি গৈছে। লাইটৰ পোহৰত মিহি সাপ এডালৰ দৰেই দেখা গৈছে এই ফাট।

বাহিৰলৈ ওলাই আহি পি. ডব্লিউ. ডি'ৰ এছ. ডি. অ'ৰ ওচৰত থিয় হৈ কলে:

—শুনক মই মোৰ অভিজ্ঞতাৰ পৰা কৈছোঁ এইটো এটা দুর্ঘটনা হোৱা নাই। ইষ্ট্ৰাক্‌চাৰৰ একো 'হার্ম' কৰিব নোৱাৰে··· ব্লাষ্টিঙৰ সময়ত কিছু সাৱধান হলেই হব।

'এছ. ডি. অ' ই হাত মূৰ জোকাৰি একপ্রকাৰ চিঞৰি উঠিল:

—নাই নাই নহব। এক্সিকিউটিভ ইঞ্জিনীয়াৰক জনাব লাগিব—আজি ৰাতি কাম বন্ধ কৰি দিয়ক। কালি এক্সিকিউটিভ ইঞ্জিনীয়াৰ আহি পৰিদর্শন কৰিব। তাৰ পাচত হে আপোনালোকে কাম আৰম্ভ কৰিব।

এই ইঞ্জিনীয়াৰটিৰ প্রতি প্রথমৰ পৰাই হৰ্গুলৰ বৰ ভাল ধাৰণা নাছিল। যেনেকুৱা কুৎসিত চেহেৰা—তেনেকুৱা কুৎসিত ব্যৱহাৰ।

...আকৌ সংক্ষিপ্ত পথেৰে হৰ্গুলে গেষ্ট হাউছলৈ আগবাঢ়িল।

...গধূলি হৈ আহিছে। দিন আৰু ৰাতিয়ে এই মুহূর্তত যেন হাতত ধৰা ধৰিকৈ আছে। পথাৰৰ মাজত পৰিত্যক্ত স্কুল ঘৰটিৰ টিনবোৰ এতিয়া অত্যন্ত পৰিষ্কাৰ যেন দেখা গৈছে। আগেয়ে যেতিয়া জুনিয়ৰ ইঞ্জিনীয়াৰ হৈ আছিল ...তেতিয়া ৰেল চিঙ্কিঙৰ ঠিক এনেকুৱা কথাৰ বাবে ৰাতি তেওঁ শুব নোৱাৰিছিল···আজি আৰু এইবোৰ কথাই তেওঁক বিব্রত কৰি তুলিব নোৱাৰে···

নিজৰ শৰীৰৰ ছাল কাছৰ চলঙৰ দৰে টান হৈ পৰিছে নেকি বাৰু?···
নিজৰ সকলো ভাৱ অনুভূতি শুকাই বর্কশ হৈ গৈছে নেকি বাৰু?···

পাণ্ডেৰ পৰিত্যক্ত ঘৰৰ ওচৰলৈ আহি হঠাৎ স্তব্ধ হৈ পৰিল হৰ্গুলে। এনে ধৰণৰ উত্তেজনা আগে পিচে অনুভৱ কৰা নাই তেওঁ। এয়া অলপ আগেয়ে তেওঁ ভাবিছিল—সমস্ত অনুভূতি শুকাই বৰ্কশ হৈ গৈছে। মন্দিৰৰ ঘণ্টাৰ দৰে খিল্‌খিলীয়া মধুৰ হাঁহি।

—জীপ চলাব শিকাবা ?

—হৰ্গুলে শিকাব। টাইম কীপাৰ ঠাকুৰক···হৰ্গুল চাহাবে শিকাইছে–

—নাই নাই মোৰ লাজ লাগে।

—কিহৰ লাজ ? হৰ্গুলে ঘৰৰ মানুহৰ দৰে···

—ক'ত শিকিম ?

—ডবিৰ ঝিলি বস্তিৰ ওচৰত প্ৰকাণ্ড বাকৰিখন দেখা নাই। হসদেওৰ ঘাটলৈ যাওঁতে তোমাক দেখোন দেখুৱাই দিছিলোঁ···

—ভয় লাগে তাত মুছলমানৰ 'মকবৰা' আছে···মানুহে কয় তাত ঔৰঙ্গজেৱৰ দৰে চেহেৰাৰ মিঞা এটা ঘূৰি ফুৰে···

—হয় হয় ঔৰঙ্গজেৱেই চাগৈ·····সেই কাৰণে চাগৈ শুব নোৱাৰে। মৃত্যুৰ আগমুহূৰ্তত তেওঁ কৈছিল নহয় তেওঁ আৰু শুব নোৱাৰিব···

—যোৱা যোৱা, ঠাট্টা কৰিব নাহিবা···মই কিন্তু জীপ শিকিম···

লজ্জা, ভয় চব শেষ হৈ গৈছিল।···প্ৰথম দিনা যেতিয়া আন্ধাৰে পোহৰে এক ছায়া মূৰ্তিৰ দৰে তাই আহি তেওঁৰ ওচৰত বহিছিল···তাইৰ ভৰিৰ ওপৰত ভৰি থৈ ক্লাট্‌চ্‌ এক্সিলেটৰৰ কাৰুকাৰ্য্যৰ শিক্ষা···আহ···কৰি সকলে কৈ গৈছে

···"পৰস্ত্ৰীৰ ওঠেৰে মৌ বৰসে···

পৰস্ত্ৰী···?"

···সেই গন্ধ বানপানীৰ সময়ত ভৰপূৰ হসদেওৰ গন্ধৰ দৰে···নতুনকৈ কটা কুঁহিয়াৰৰ গন্ধৰ দৰে চামেলীৰ বাহী মালাৰ দৰে···আঃ কি গন্ধ আছিল সেয়া ? গাৰ স্তব্ধ মঙহৰ কি ভাষা আছিল সেয়া ?···আকৌ সেই খিল্‌খিলীয়া হাঁহি···

—নাই নাই ফাষ্ট্‌ গীয়াৰ মাথো ষ্টাৰ্ট দিবৰ বাবেহে···

—ভয় লাগে।



—ইঞ্জিন গৰম হৈ যাব।

—নাই নাই মোৰ দ্বাৰা জীপ চলোৱা নহব···

—কিয় নহব ? দিয়া, এক্সিলেটৰত ভৰি দিয়া···গিয়াৰ নিউট্ৰেল কৰা, ক্লাট্‌চ্‌ত সোঁ ভৰিৰে হেঁচা মাৰি ধৰি ষ্টাৰ্ট দিয়া···এইবাৰ চেকেণ্ড গীয়াৰত চলাব লাগিল !

—ভয় লাগে !

—ভয় লাগে ? কিহৰ ভয় ? মই আছো·····পোহৰ হৈ আহিছিল। ঔৰঙ্গজেৱৰ প্ৰেতাত্মা বহা 'মকবৰা' কেইটা স্পষ্ট হৈ আহিছিল। আন্ধাৰ আৰু পোহৰে হাতত ধৰিব এৰি কোনো এক ৰহস্যময় ঠাইত অদৃশ্য হৈ পৰিছিল।

আকৌ হাঁহি, খিল্‌খিলীয়া হাঁহি···

হৰ্গুল আগবাঢ়িল।···পাণ্ডেৰ মৃত্যুৰ পাছত অনেক বাৰ তেওঁ ভাবিছিল··· এহাল সুখী দম্পতিক এনে এক মাৰাত্মক অভিশাপ নিদি কিয় তেওঁক মাৰি নিনিলে ? কোন আছে তেওঁৰ ?

গেষ্ট হাউছৰ বাৰান্দাত আজিজ মিঞা বহি আছিল। অলপ আঁতৰত ইস্কন্দৰে বহি 'বৰ্ণ লিপি' শিকি আছিল। জীৰৰাম দাস তেতিয়াও উভতি অহা নাই।

—আজিজ মিঞাই কলে ঃ

—মই তোমাৰ বাবেই অপেক্ষা কৰি আছিলোঁ !

—কিয় কি হ'ল ?

মিঞাই পইচাৰ টোপোলা এটা হৰ্গুললৈ আগবঢ়াই দি কলে ঃ

—নিয়া চাহাব এইখিনি থৈ দিয়া নহলে বৰ সাংঘাতিক কথা হৈছে ?

—এন. ছি. ডি. চি-ৰ বাবুবোৰে পইচাৰ পৰিবৰ্তে কি দিব আৰম্ভ কৰিছে, চাওঁক–

মিঞাই বাৰাণ্ডাৰ এচুকত পেলাই থোৱা বটল কেইটামান আঙুলিয়াই দেখুৱালে। আজিকালি কাপোৰৰ সলনি সিহঁতে বটল দিব আৰম্ভ কৰিছে। যেতিয়াই মোৰ হাতলৈ পইচা আহিব তেতিয়াই মই তোমাৰ হাতত জমা থম। শৰীৰ ভাল নহয়·····শুনা মোৰ এটা ভয় কিন্তু নোহোৱা হৈছে। মই

কাটঘোৰা আৰু কোৰবাৰ পুলিচ থানাত খবৰ লৈ আহিছোঁ⋯⋯একো ভয় নাই মোৰ পিচত চোৰাংচোৱা লগা নাই। ⋯বৰ বিচিত্ৰ কথা হোৱা নাই নে বাৰু?

হৰ্শুলৰ দুয়ো নয়ন ভৰি আহিল। অহিৰণৰ পৰা কোৰবালৈ যোৱা পথৰ যিটো মানুহে প্ৰত্যেক জোপা গছৰ নাম জানে, অহিৰণৰ ধূলি বালিৰ লগত খেলি যিটো মানুহ ডাঙৰ হৈছিল—এটা সামান্য ভুলৰ কাৰণে কিয় তাৰ এনে অৱস্থা হয়? আজিজ মিঞাই সঁচাকৈয়ে ভুল কৰিছিল নে?⋯⋯পইচাৰ মোনাটো হাতত তুলি লৈ হৰ্শুলে নিশব্দে ভিতৰত সোমাল। বাঙ্ময় হৈ আজিজ মিঞাই কিছু সময় হৰ্শুলৰ পিনে চাই ৰ'ল। আজি কিছু অস্বাভাৱিক ৰূপে চিন্তাগ্ৰস্ত যেন লাগিল হৰ্শুলক।

এটা সময়ত জীৱৰাম দাস নাদৰ সেই ফাটটোৰ বিষয়ে আলোচনা কৰিব আহিছিল। কিন্তু তেতিয়ালৈ হৰ্শুল শোৱাপাটীত পৰিছিল। পি. ডব্লিউ. ডিৰ ইঞ্জিনীয়াৰ আৰু অভাৰচিয়াৰে জেনেৰেটৰৰ ওচৰত থিয় হৈ অনেক সময় জীৱৰাম দাসৰ লগত তৰ্কাতৰ্কি কৰি আছিল।

⋯শোৱাপাটীত পৰি হৰ্শুলৰ মনত পৰিল নেত্ৰাৱতী নদীৰ সেই পুৰণি দুৰ্ঘটনাটোৰ কথা⋯বৰ স্পষ্টভাৱে মনত আছে সেই কাহিনী⋯প্ৰিকাষ্ট কন্ক্ৰিট গাৰ্ডাৰ, কাষ্টিং য়াৰ্ড তৈয়াৰ কৰা হৈছিল। দুটা দুটাকৈ লঞ্চ কৰি পিয়েৰৰ ওপৰত তুলি থোৱা হৈছিল।

⋯মে' জুন মাহৰ প্ৰচণ্ড উত্তাপ! কন্ক্ৰিট মিক্সাৰ শুকাই কিৰ্কিৰীয়া মাৰিছিল। পানীৰ প্ৰয়োজন আছিল⋯পি. ডব্লিউ. ডিৰ এচ. ডি. অ'ই চৰ্দাৰী দেখুৱাই কলে⋯নাই নাই ইমান পানীৰ প্ৰয়োজন নাই!⋯গাৰ্ডাৰটিৰ চাটাৰিং প্লেট খোলাৰ লগে লগে কিছুমান বিচিত্ৰ 'হানিকম্ব' দেখা দিলে মকৰাজালৰ দৰে⋯অমৰ কণ্টকৰ নৰ্মদাৰ জলপ্ৰপাতৰ শিলাখণ্ডত দেখা পোৱা মৌ বাহৰ দৰে⋯গাৰ্ডাৰৰ এই বিচিত্ৰ ৰেখাসমূহে তেতিয়াৰ তৰুণ ইঞ্জিনীয়াৰ হৰ্শুলক চকিত কৰি তুলিলে।

কুৰি বছৰ আগৰ সেই, এচ. ডি. অ'টিৰ কণ্ঠ আজিও বৰ স্পষ্টভাৱে হৰ্শুলে যেন শুনা পালে। এশ পঞ্চাশ ফুট দীঘল গাৰ্ডাৰটিৰ পঞ্চাশ ফুট দীঘল



এটি অংশত মৌৰ বাহৰ দৰে ফুটাফুটি ৰেখা⋯ ⋅। যি সময়ত লো বৰ আৰম্ভ কৰিছিল⋯⋯যি সময়ত প্ৰচণ্ড গৰমে শ্ৰমিকৰ উদং দেহ এঙাৰৰ দৰে ক'লা কৰি তুলিছিল ঠিক সেই সময়তে বোধহয় এইটো অংশত 'কন্ক্ৰিট' ঢলা হৈছিল। ৰাতিপুৱা চাটাৰিং খোলাৰ সময়ত উত্তেজিত হৈ এচুকত তেওঁ থিয় হৈ আছিল কাৰণ মনে মনে তেওঁ অসন্তুষ্ট হৈ আছিল: পানীৰ প্ৰয়োজন আছিল। হিচাপতকৈও অনেক বেছি পৰিমাণে পানীৰ প্ৰয়োজন আছিল। এই কথা তেওঁ অনেকবাৰ পি. ডব্লিউ. ডিৰ এচ. ডি. অ'টিক সোঁৱৰাই আছিল।

চাটাৰিং প্লেট খোলাৰ লগে লগে শিয়ালমুৱা এচ. ডি. অ'টিয়ে চিঞৰি উঠিল:

—নহৱ নহৱ এক্সিকিউটিভ ইঞ্জিনীয়াৰক খবৰ দিব লাগিব। এইবোৰ "হানিকম্ব"?⋯বৰ সাংঘাতিক কথা হ'ল।

—মই পানীৰ কথা বহুদিন আগেয়ে আপোনাক সোঁৱৰাই আছিলোঁ⋯

—সেইবোৰ মই নাজানো। ভালদৰে বোধহয় 'ভাইব্ৰেটাৰ' চলোৱা নহল। গাৰ্ডাৰটি এতিয়া ফিনিচিং ৱাৰ্ক কৰাৰ প্ৰয়োজন নাই। চৰ আহি পাওক। গাৰ্ডাৰটো এতিয়া যেনেদৰে আছে তেনেদৰে থাওক।

কথা গহীন হৈ পৰিল, এক্সিকিটিভ ইঞ্জিনীয়াৰ আহিল, এচ. ই. আহিল দুদিন ধৰি আলাপ আলোচনা চলিল। শেষত হেড্ অফিছৰপৰা ডিজাইন ইঞ্জিনীয়াৰক মাতিবলগীয়া হ'ল। কোম্পানীৰ ডিজাইন ইঞ্জিনীয়াৰেও কলে:

—এই হানিকম্বৰোৰৰ বাবেতো গাৰ্ডাৰৰ শক্তি কম হোৱা নাই। বেয়া কন্ক্ৰীটখিনি চুৰুকি মেৰামতি কৰি আমি লড্ টেষ্টিং কৰি প্ৰমাণ কৰি দেখুৱাম যে এই গাৰ্ডাৰেৰে ডিজাইনৰ মতে পূৰা লড লব পাৰিব।

কিন্তু পি. ডব্লিউ. ডিৰ, বিষয়াইঁতে সমস্বৰে চিঞৰি উঠিল:

—নহৱ নহৱ, আমি মানি লব নোৱাৰোঁ। পঞ্চাশ ফুটলৈকে এইবোৰ হানিকম্ব অসম্ভৱ কথা। নতুন গাৰ্ডাৰ তৈয়াৰ কৰিব লাগিব।

ইতিমধ্যে নিজে দায়িত্ব লৈ গাৰ্ডাৰটি লঞ্চিং কৰি তাৰ ওপৰেৰে আন আন গাৰ্ডাৰ নি লঞ্চিং কৰি দেখুওৱা হ'ল।⋯এমাহ ধৰি এই কুৎসিত গাৰ্ডাৰটিৰ লগত এক প্ৰকাৰ নিবিড় সম্বন্ধ ঘটিছিল হৰ্শুলৰ। ভয়, উত্তেজনা আৰু

অভিজ্ঞতাৰ জন্মদাতা এই কন্‌ক্ৰীটৰ শিলাখণ্ডৰ সৈতে এই সম্বন্ধ এক অবিস্মৰণীয় সম্বন্ধ আছিল। সেই সময়ৰ প্ৰজেক্ট মেনেজাৰ দাসমুন্সীৰ গাৰ্ডাৰটি ৰক্ষা কৰাৰ প্ৰাণপণ চেষ্টা এমাহ জুৰি হোৱা সেই তীব্ৰ আলোচনা স্পষ্ট মনত আছে হশু'লৰ।

—পঞ্চাশ হাজাৰ টকাৰ গাৰ্ডাৰ। হশু'লৰ মূৰ্খতাৰ বাবে কোম্পানীয়ে পঞ্চাশ হাজাৰ টকাৰ লোকচান ভৰিব লগীয়া হব, তাৰ পাচত চাকৰি থাকিব নে? এদিনৰ নটিচেৰে চুৰনিৰ কুকুৰ খেদি দিয়াৰ দৰে খেদি দিব।

—কোশী ব্ৰীজৰ তৰুণ ইঞ্জিনীয়াৰ ইব্ৰাহিমৰো এনেকুৱা অৱস্থা হৈছিল। এমাহৰ নটিচত চব শেষ হৈ গৈছিল। চুৰনিৰ কুকুৰৰ দৰে খেদি দিছিল—জীয়া ভৰলীৰ ইঞ্জিনীয়াৰ ভট্টাচাৰ্য্যই।

লক্ষিঙৰ বাবে সাজু কৰা গাৰ্ডাৰ 'হাইড্ৰলিক জেক' ফেল্ হোৱাৰ বাবে বাগৰি পৰা ঘটনাৰ পাচত চাকৰি হেৰুৱাবলগীয়া হৈছিল। আৰু অনেক ইঞ্জিনীয়াৰৰ ভাগ্যত এনে দুৰ্ঘটনা ঘটিছে…

……উত্তেজনা, ত্ৰাস, আৰু অসন্তুষ্টিত এমাহ পাৰ হৈছিল—শেষত চৰকাৰী মোহৰ মৰা চিঠিত খবৰ আহিল। বৰ ভালদৰে মনত আছে হশু'লৰ—সেইদিনা। মাজ ৰাতি দাসমুন্সীয়ে হশু'লৰ কোৱাৰ্টাৰৰ দুৱাৰ ঢকিয়ালে। যোৱা কিছুদিন ধৰি টোপনিৰ লগত একপ্ৰকাৰ যুদ্ধ কৰিছিল। ধহ্ মহকৈ উঠি বহিল হশু'ল। ক'লা টুপী, ক'লা কোট আৰু হাতত লেম লৈ দুৱাৰ মুখত থিয় হৈ থকা ব্ৰাঞ্চ মেনেজাৰ দাসমুন্সীক দেখি হশু'লে থতমত খাই থিয় হৈ ৰ'ল—

—খবৰ?

—খবৰ ভাল নহয়!

—তুমি সাজু হৈ আছিলা নে?

হশু'লে তলমূৰ কৰিলে। উত্তৰে বা দিব কি?

—ৰাতিপুৱাই গাৰ্ডাৰটি ভাঙি নদীত পেলাই দিবা!

…আগদিনা বৰষুণ দিছিল। বৰ ভালকৈ মনত আছে হশু'লৰ। দাসমুন্সী যোৱাৰ পাচত আৰু টোপনি অহা নাছিল। গাম বুট্‌জোৰ পিন্ধি



টৰ্চ বিচাৰি চাৰিওফালে ঘূৰ্মুটিয়াই ফুৰিছিল, কাৰণ ৰৰষুণৰ লগে লগে 'জেনেৰেটৰ' বন্ধ হৈছিল। বাহিৰলৈ ওলাই 'ৱাটচমেনৰ' হাতৰপৰা তেওঁ চাইটৰ পিনে আগুৱাই গৈছিল। কি এক ভয়ঙ্কৰ অন্ধকাৰ আছিল সেয়া …শিলত ঠেকা খোৱা নেত্ৰাৱতীৰ পানীৰ কলকলনিও ভয়লগা আছিল। 'কাষ্টিং য়াৰ্ডত' চাটাৰিং পিচৱাকাৰৰ কাৰ্পেনটাৰবোৰে গাৰ্ডাৰৰ চাটাৰিং লগাই আছিল—পিছদিনাৰ সাত নম্বৰ গাৰ্ডাৰৰ 'কন্‌ক্ৰীট' আছিল। কেম্পৰ সৰু জেনেৰেটৰ বন্ধ হৈ আছিল যদিও চাইটৰ জেনেৰেটৰ চলি আছিল।

গাৰ্ডাৰটিৰ ওচৰলৈ আহি হশু'ল থিয় হ'ল। লাইটৰ পোহৰত গাৰ্ডাৰটি উজ্জ্বল হৈ আছে। তথাপিও গাৰ্ডাৰটি পঞ্চাশ ফুট দীঘল অংশটি টৰ্চ মাৰি খুটি খুটি চাইছিল হশু'লে—চিকিৎসকে ৰোগীক চোৱাৰ দৰে…

ৰাতিপুৱা হাতুৰি বটালিৰ হিৰহিৰনি লাগি পৰিল। অকল শ্ৰমিক-ৰেইতো ভিৰ নহয় কেম্পৰ গোটেই মানুহ উঠি আহিছিল। খালাচীহঁতৰ মুখ শুকান, উড়িয়া শ্ৰমিকৰ মুখ শুকান…ব্ৰাঞ্চ মেনেজাৰ, চুপাৰ ভাইজাৰ, সহকাৰী ইঞ্জিনীয়াৰ সকলোৰে মুখত সেই অসহায় আৰু হতাশাৰ দৃষ্টি… ……পোহনীয়া হাতী এটিক পগলা হোৱা বাবে যেন গুলীয়াই মাৰিবলৈ নিৰ্দেশ দিয়া হৈছে…বৰ মৰমৰ হাতী…পঞ্চাশ হাজাৰ টকাৰ হাতী।…

'নিউমেটিক ড্ৰিল' আৰু পেভিং ব্ৰেকাৰেৰে গাৰ্ডাৰটিক একুৰি খালাচীয়ে মিলি টুকুৰা টুকুৰি কৰি পেলাব আৰম্ভ কৰিলে। উড়িয়া শ্ৰমিকে হাতুৰিৰে ভাঙি ভাঙি চিমেণ্টৰ টুকুৰাৰ ষ্টীলবোৰ উলিয়াব ধৰিলে—শামুখৰ পেটৰ মানিক বুটলাৰ দৰে ব্যস্ত হৈ পৰিল সিহঁত। কঁচায়ে চুককি চুককি মাংস কটাৰ দৰে সিহঁতে চিমেণ্ট চুককিব ধৰিলে। কন্‌ক্ৰীটৰ টুকুৰাৰে হোৱা পৰ্বতক এইবাৰ স্পানৰ পৰা তললৈ বগৰাই দিবলৈ সাজু হ'ল। কেম্পৰ ল'ৰা-ছোৱালীজাকে কৌতুহলেৰে চালে—কিন্তু ক'ত গল সিহঁতৰ সেই হাত চাপৰি বজোৱাৰ উৎসাহ?

…হিৰ্, হিৰ্, কৈ 'স্পানৰ' ওপৰৰপৰা বগৰাই দিয়া হ'ল গাৰ্ডাৰৰ অস্থিপুঞ্জৰ টুকুৰা…

নেত্ৰাৱতীৰ সুঁতিৰ লগত উটি গ'ল পোহনীয়া হাতীৰ মঙহৰ টুকুৰা…

···চকামকাকৈ সাৰ পাই উঠিল হৰ্শুল···

—চাহাৰ ভাত পানী নাখাই আপুনি ? দাস চাহাবে কেইবাবাৰো আহি আপোনাৰ খবৰ লৈ গৈছে !···

—কেইটা বাজিল ?

— এটা বাজিবৰ হ'ল !

ধহ্ মহ্কৈ উঠি বহিল হৰ্শুল।

—আপোনাৰ বিছনা বাহিৰৰ খাটিয়াত পাৰি দিওঁনে ? আজি দাস চাহাবো বাহিৰত শুইছে ! কেম্পৰ চব মানুহ বাহিৰত শুইছে ; বৰ সাংঘাতিক গৰম পৰিছে নহয়। এহ্ আপুনি একেবাৰে ঘামি গৈছে। ···বাহিৰলৈ ওলাই আহি হৰ্শুলে দেখিলে জীৱৰাম দাস শোৱা নাই, খাটিয়াৰ ওপৰত বহি আছে !

— শোৱা নাই ?

— কেনেকৈ শুম ? পাঁচ নম্বৰ ৰেলে চিন্তাত পেলাইছে ···"

—ভয় কৰিব নালাগে। কিছু বেছিকৈ ব্লাষ্টিং কৰা হ'ল। ষ্ট্ৰাকচাৰলৈ একো হাৰ্মফুল নহয় ! কাটিং এজ বৰ শক্তিশালীভাৱে বেইন্ ফৰ্ছ কৰা আছে। বাহিৰত ছয়ল আছে, ভিতৰত বালি আছে—গতিকে ই মজবুত ভাৱে এমবেডেড হৈ আছে। এইবাবে ই ডিজাইন কৰা মতে লড লব পাৰিব!

—যোৱা শুই থাকা।

জীৱৰাম দাসে বাগৰ সলালে। তেনেই কম বয়সীয়া শিশু এটিৰ দৰে লাগিল দাসক ! পাঁচ কৰি অহা বেছি দিন হোৱা নাই। ভয় কৰা স্বাভাৱিক······নেত্ৰাৱতীত কি হৈছিল তেওঁৰ ? গাৰ্ডাৰটিৰ টুকুৰাবোৰ পানীত উটি যোৱাৰ লগে লগে কোৱাৰ্টাৰলৈ উভতি আহি টালি-টোপোলা বান্ধিবলৈ যো-জা কৰিছিল ; কোম্পানীৰ তেতিয়া ইঞ্জিনীয়াৰক ফটা জোতাৰ দৰে ব্যৱহাৰ কৰা ক্ষমতা আছিল। যাতে নোটিচ আহি নৌপাওঁতে স-সন্মানে আঁতৰি যাব পাৰে এই কথাই ভাবিছিল তেওঁ। কব নোৱাৰাকৈ তেওঁৰ দুয়ো নয়ন ভৰি আহিছিল। বৰ কম বয়স আছিল, তেতিয়া উন্নতিৰ অভিলাষ আছিল···



—ক'ত যাবলৈ ওলাইছা···আহা মোৰ লগত আহা···দাসমুন্সীয়ে হাতত ধৰি নিয়াৰ দৰে সেই দিনা তেওঁক নিজৰ কোঠালৈ লৈ গৈছিল।

—নাউ মেক এ ড্ৰিঙ্ক ফৰ মি···। তুমি নিশ্চয় আৰম্ভ কৰা নাই···ডু ইউ ন' হাউ টু প্ৰিপেয়াৰ এ ড্ৰিঙ্ক ফৰ মি···

— নাই মই নাজানো।···

দাসমুন্সীয়ে সোঁহাতৰ আঙুলি দুটা লগ লগাই হৰ্শুলৰ নাকৰ আগত দাঙি ধৰিলে ঃ

— চোৱা এইখিনি হুইস্কি।

তাৰ পাচত তিনিটা আঙুলি হৰ্শুলৰ নাকৰ আগত আকৌ এবাৰ দাঙি ধৰি কলে ঃ

— ইমানখিনি ব্ৰাণ্ডি···মই সদায়ে এনেদৰে ককটেইল পিহে ভাল পাওঁ··· পানীৰ প্ৰয়োজন নাই তোমাৰ মনত থাকিবতো ··মানে পিচলৈ ?

কাঠৰ চকীত হাত ভৰি মেলি বহি মদৰ গিলাচ হাতত তুলি লৈ দোভাগ ৰাতি দাসমুন্সিয়ে কৈছিল···

—ইউ চুড্ নট্ বি ডিচ্হৰ্টেন্ড্···ইউ হেভ্ গট্ এ প্ৰমিচিং কেৰিয়াৰ বিফৰ ইউ······দণ্ট ৱৰি এবাউট দি গাৰ্ডাৰ······মই চব ব্যৱস্থা কৰিছোঁ।

···পি. ডব্লিউ. ডিৰ এনেকুৱা এছ. ডি. অ' এক্সিকিউটিভ ইঞ্জিনীয়াৰৰ 'নমুনা' অনেক দেখিবা।

—শুনা আমাৰ ডিগ্ৰী একে ; কিন্তু সৰহ ভাগৰে আমাতকৈ প্ৰেক্টিকেল অভিজ্ঞতা কম···

···ইউ বি মাই ৰাইট হেণ্ড···এণ্ড ডু হোৱাট্ আই টেল ইউ···

···কোম্পানীৰ মানুহে কয় দাসমুন্সী জীয়াই থকাহেঁতেন তেওঁ এ. জি. এম হ'লহেঁতেন। শেষত এতিয়া তেওঁৰো অৱস্থা দাসমুন্সীৰ দৰে হব···

—গাধৰ দৰে বোজা বৈ বৈ শেষত হয়তো এদিন 'ইন্ভেষ্টিগেশ্যনৰ' কাৰণে দাসমুন্সীৰ অচিনাকি চৰাইখানা এটিত পৰি মৰি থাকিব লাগিব। মৰাশ তিনিদিনলৈ বাহী হৈ পৰি থাকিব—এৰি থৈ যোৱা টকা কড়িবোৰতো সম্বন্ধৰ মানুহবোৰে শগুণ পৰাদি পৰিব !...

—বাহিৰলৈ ওলাই গৈ হৰ্ষুলে মূৰৰ ওপৰৰ আকাশলৈ চালে। ডাৱৰ নাই—তৰাই ছাটি ধৰা আকাশ। চকুজোৰ হাতেৰে হেঁচা মাৰি ধৰিলে।

মনচাৰ কণ্ঠ শুনা গ'ল :

—চাহাব টেবুলত ভাত সজাই থৈছোঁ।

—ভাত নাখাওঁ!

মনচাই আৰ্তনাদ কৰি উঠিল।

—আপুনি ৰাতিপুৱাও ভালদৰে ভাত খোৱা নাই। মই ইয়ালৈ আনো?

—চুপ থাক।

......সি আঁতৰি গ'ল হয় কিন্তু অলপ পিছতে এগিলাচ গাখীৰ লৈ হৰ্ষুলৰ ওচৰত নীৰৱে আহি থিয় হ'ল।

হৰ্ষুলে গাখীৰৰ গিলাচটো হাত পাতি ললে।

—দাস চাহাবে নিজৰ কোঠাটো তলা মাৰি থৈছে। আপোনাৰ বাকচ পত্ৰ চব মেল খাই আছে। তদুপৰি আপুনি এতিয়া বাহিৰত শুব। তলা মাৰো?

—নালাগে···নে গিলাচটো লৈ যা। মোৰ ওচৰলৈ নাহিবি আৰু···

—সেইদিনা কদম বায়ে—ৱাক চাইটত স্কাফল্ডিঙৰ কাঠত আপুনি উজুটি খোৱা বুলি কৈছিল—মই আপোনাৰ ভৰিখন অলপ মালিচ কৰি দিওঁ···

—নালাগে।

মনচাই গিলাচটো লৈ আঁতৰি গ'ল। মনচাৰ ছবিখন কিছু সময় হৰ্ষুলৰ চকুৰ আগত ভাহি ৰ'ল। মূৰৰ চুলি দীঘল কেকুৰা। ঘেহু বৰণীয়া গাৰ ৰং চকুৰ চাৱনি চঞ্চল যদিও এই চাৱনিৰ লগত মিশ্ৰিত হৈ আছে স্নেহ আৰু সহানুভূতি।

····· তাৰ মৰম আৰু আগ্ৰহ দেখি স্তব্ধহে হোৱা যায়।

হৰ্ষুলে মূৰৰ ওপৰৰ আকাশলৈ এবাৰ মূৰ তুলি চালে। আকাশত তৰা এনে সমাৰোহ বৰ কমহে দেখা যায়।·····চাটাইৰ জেনেৰেটৰৰ হোঁ-হোঁৱা কিছু নিষ্প্ৰভ হৈ আহিছে। চাইটৰ ফেমিলি কোৱাৰ্টাৰবৰপৰা অহা হ উকমি, আকাশৰ তৰাৰ শোভা এই সকলোবোৰে হৰ্ষুলক কিছু নিঃসঙ্গ ক



থৈ যোৱাৰ যেন যো-জাহে কৰিছে! ·····

সেই খিল্‌খিলীয়া হাঁহি আৰু মধুৰ কণ্ঠস্বৰ আকৌ এবাৰ শুনা পালে! সেই লাৱণ্যময় শৰীৰ তেওঁৰ ওচৰত যেন আকৌ আহি থিয় হ'ল :

—দাদাই আপোনাক কিন্তু খুব ভাল পায়!

—তুমি গিৰিয়েৰাক দাদা বুলি মাতা?

আকৌ সেই খিল্‌খিলীয়া হাঁহি··· !

—আপোনাৰ তলত তেওঁ প্ৰিচ্‌ট্ৰেচ্‌ড্‌ কন্‌ক্ৰিটৰ কাম শিকিছিল··· আপোনাক কোম্পানীৰ মানুহে সন্মান কৰে···সন্মান জীৱনৰ আটাইতকৈ মূল্যবান বস্তু নহয় নে?

—তুমি ভাবিছা মই শ্ৰমিক আৰু ইউনিয়নৰ পাথৰৰ কোব খোৱা নাই। ৰামচু ব্ৰাঞ্চৰ পানথাল ব্ৰীজত সিহঁতে মোক জোতাৰ মালা পিন্ধাব খুজিছিল! এতিয়া চব সহ্য কৰিব পৰা হৈছোঁ। ···আচ্ছা তুমি সন্মানৰ কথা কৈছিলা নহয়নে?···

ঝীল পাৰাৰ প্ৰকাণ্ড বাকৰিত সৰৈ গছৰ তলত থিয় কৰি থোৱা জীপত বহি এইবাৰ তাই তললৈ মূৰ কৰিলে···চুটি চুলি কিছুমানে তাইৰ গালৰ এটা অংশ ঢাকি পেলাইছিল···এই কুৰি বছৰ এই কোম্পানীত কাম কৰিছে, কিন্তু কোনো বন্ধুপত্নীয়ে··· ? ···বন্ধু পত্নী কিয় কোনো তিৰোতাই এনেদৰে ইমান ওচৰত বহি এনেদৰে মুক্তভাৱে কথা পাতিছিল নে?

—জীপৰ হুড খুলি দিয়ক···চেকেণ্ড গিয়েৰত চলাই চলাই আপুনি কোৱা মতে ইঞ্জিন গৰম হৈ গৈছে নহয় নে? আহক সৌ সৰৈ গছ জোপাৰ ছায়াত কিছু সময় জিৰণি লওঁ। ·····মই গাড়ী শিকা আজি এসপ্তাহ হ'ল নহয় নে?

—এৰা এসপ্তাহ হ'ল।

—কালি তেওঁ মোৰ 'প্ৰগ্ৰেছ' চাবলৈ আহিব! জীপ ৰখাওঁ···

—ওয়েহা তেনেকৈ নহয়। অকল ব্ৰেক মাৰি তেনেকৈ ৰখালে ইঞ্জিনত 'ঝটকা' লাগিব ক্লাট্‌চ্‌ত হেঁচা মাৰি ছাবি বন্ধ কৰা মনত ৰাখিবা। এইটো কথা এইবাৰৰ সৈতে মই তোমাক পাঁচবাৰ সোঁৱৰাইছোঁ···

—বাঃ একেবাৰে গুৰু-শিষ্যৰ শাসন ! নামক এই বননিত বহি কিছু সময় কথা পাতি লওঁ··· । আপুনিতো পাণ্ডে দাদাৰ লগত মোৰ কেনেকৈ বিয়া হ'ল নাজানে ? কওঁ শুনক···

—কালি পাণ্ডে আহিলে এবেলগে কৰা—আহা এতিয়া ঘাটলৈ গৈ একেবাৰে মাছ লৈ যাওঁ ।

—নাই নাই সবৈ গছৰ তলত দম কৰি থোৱা মাছৰ পাহাৰ মই চাব নোৱাৰো···এটা কথা কিন্তু সপ্তাহত এবাৰকৈ মই এই 'ঝীলপাবাৰ' ল'ৰা-ছোৱালীজাকক পঢ়াব আহিম ! আপুনি ইচ্ছা কৰিলে মোক এখন চাটাইৰ চালি সাজি দিব পাৰে !

—সিহঁতে ডবিৰ স্কুলত যাব নোৱাৰে জানো ?

—ডবিৰ স্কুল কেতিয়াবাই উঠি গৈছে ! হসদেও বেৰেজো শেষ হ'ল। ইঞ্জিনীয়াৰবোৰো ট্ৰেন্সফাৰ হ'ল, স্কুলো উঠি গ'ল !

আকৌ সেই খিল্‌খিলীয়া হাঁহি !

—শুনক পাণ্ডে দাদাৰ লগত মোৰ বিয়াৰ কথা আপোনাক কব খুজিছিলোঁ নহয়···

—কোৱা আমি কিন্তু উভতি যোৱাৰ সময় হৈছে··· !

—নালাগে নকওঁ বাৰু···আকৌ···

—আপোনাৰ কলেজত পঢ়া দিনৰ কথা মনত পৰে ?

— মনত পৰে কিন্তু একেবাৰে চাধাচিধা জীৱন আছিল । স্বাস্থ্যৰ পিনেও জাকত জিলিকা নাছিলোঁ । পঢ়াশুনাতো ভাল নাছিলোঁ !......

—নাই নাই সেইবোৰতো মই সোধা নাই ?

...মই যেতিয়া কলেজত পঢ়িছিলোঁ মোৰ অনেক ছাত্ৰ বন্ধু আছিল। ...সিহঁতে মোক লাইব্ৰেৰীৰ কিতাপ বাচি দিছিল । মই সিহঁতৰ লগত তৰ্ক সভাত ভাগ লৈছিলোঁ !...বানপানী হলে আমি সকলোৱে মিলি. ৰিলিফৰ কাম কৰিছিলোঁ !

—সমাজ সেৱিকা হোৱাৰ ইচ্ছা তেতিয়াহলে কেতিয়াবাৰ পৰাই আছিল।

—শুনক সেই ছাত্ৰ বন্ধুজাকৰ মাজৰপৰা এটা ছাত্ৰ একেবাৰে বেয়া হৈ



গৈছিল ! মানুহে কয় সি মোৰ প্ৰেমত পৰিছিল ।

—বেয়া হৈছিল কিয় ?

—কেনেকৈ কওঁ কিয় বেয়া হৈছিল ! মদ ভাং খাই উৎপাত কৰিছিল ! বজাৰৰ মাজত থিয় হৈ এচাম মানুহক অবাইচ গালি দিছিল ! বজাৰৰ মাজৰ সেইটো আলিৰে অহা যোৱা কৰা গাভৰু ছোৱালীজাকৰ বাবে অসন্তৰ হৈ পৰিছিল !...

...চাইকেলৰ আগত টুকুৰিলৈ এজাক মানুহক ঘাটৰ পিনে আগবাঢ়ি যোৱা দেখা গ'ল ।

—সৌজাক আলাউদ্দিনে ঠিকা লোৱা ঘাটৰ 'মধ্যৱৰ্ত্তী' মানুহ দেখিছা ...আজি বুধবাৰ আই. টি. অ'ৰ বজাৰত নি সিহঁতে পাঁচগুণ দামত মাছ বিক্ৰী কৰিব !

—মোৰ কথা শুনি আপোনাৰ ভাল লগা নাই নহয় নে ।

—তুমি কৈ যোৱা আমাৰ জীপৰ 'ইঞ্জিনটোও' ঠাণ্ডা হওক । তাৰ পাছত বাকৰিৰ চাৰিওফালে আৰু চাৰিটামান পাক দিব লাগিব ; যিহেতু কালি পাণ্ডে আহি তোমাৰ পৰীক্ষা লব !

—হৈছে আহিব !

—মই দাণ্ডি আনি জীপত বহুৱাই দিম !

আকৌ স্বচ্ছ হৃদয়ৰ সেই খিল্‌খিলীয় হাঁহি !

—শুনক ! ...সেই গুণ্ডা ল'ৰাটোৱে এদিন মদ খাই বজাৰৰ মাজত উৎপাত কৰি আছিল, ওচৰে-পাজৰে থকা বেপাৰীবোৰে তাক উচটাই দি ৰং চাই আছিল...শুনক মোৰ বিয়া তেতিয়া সম্ভ্ৰান্ত ঘৰৰ ডাক্তৰ এজনৰ লগত ঠিক হৈ আছিল ।

—তুমি ডাক্তৰজনক আগৰ পৰা চিনি পাইছিলা ?

—কথা বতৰা নাছিল দুয়ো দুয়োকে দেখিছিলোঁ ।

—তেতিয়া হ'লে তো আৰু কথাই নাছিল !

—ঠাট্টা কৰিব নালাগে শুনক, আমাৰ ভাই ককাই নাছিল । ···মই আৰু মাহী আইৰ পিনৰ চাৰি গৰাকী ভনী···বজাৰ হাট মই নিজে কৰিছিলোঁ ।

—তুমি বজাৰৰ মাজত মদ খাই উৎপাত কৰা ছাত্ৰ বন্ধুটিৰ কথাহে কৈছিলা ?

—সেইবোৰ কথাই আৰম্ভ কৰিছোঁ শুনক। ···সেইদিনা বজাৰলৈ গৈ মই সেই 'গুণ্ডা'টিৰ মুখে মুখে পৰিলোঁ। মোৰ পিনে আঙুলি টোৱাই সি চিঞৰি উঠিল।

—এইজনী ছোৱালী তোমালোকে দেখিছা নহয় নে ? চহৰৰ এটাইতকৈ ধুনীয়া ছোৱালী এইজনী! শুনা তাইৰ হেনো বিয়া পাতিছে···আমাৰ চহৰৰ ডাক্তৰ চাহাবৰ লগত বিয়া···চাম মই কেনেকৈ তাইৰ বিয়া হয়···মোৰ তাত তাইৰ লাইব্ৰেৰীৰ কাৰ্ড এতিয়াও মজুত আছে···

মোৰ পিনে হাত দাঙি সি আকৌ চিঞৰি উঠিল।

—তোমালোকে চাই লোৱা—মই চালছিগা ভিকহু···মই ডাক্তৰ চাহাব হব নোৱাৰো···চাই লোৱা···

বুলেট এটা অহাৰ দৰে আহি সি মোৰ ব্লাউজত খামোচ মাৰি ধৰিলে।··· এক মুহূৰ্ত্তৰ ভিতৰত বজাৰৰ মাজত মই অৰ্ধ নগ্ন হৈ পৰিলো।

···হৰ্ষুলে মুখৰ ঘাম মচি ল'লে।

—শুনক সেই সম্ভ্ৰান্ত ঘৰৰ ডাক্তৰটিয়ে বজাৰৰ মাজত ধৰ্ষিত হোৱা ছোৱালী এজনী কেনেকৈ বিয়া কৰাব ?

হৰ্ষুলে এইবাৰ এক্রপ্ৰকাৰ আৰ্তনাদ কৰি উঠিল ঃ

—এইবোৰ কথা তুমি আৰু মোক কব নালাগে।

—অ' তেতিয়াহ'লে কোম্পানীৰ সকলোৱে জানে কি কাৰণে পাণ্ডেৰ লগত মোৰ বিয়া হৈছিল।

—নাই নাজানে—মহানদী ব্ৰাঞ্চত সুদীৰ্ঘকাল তেওঁৰ বেমাৰ হোৱা কথাহে সকলোৱে জানে ?

—এৰা যক্ষা বেমাৰ হৈছিল, মানুহে ছোৱালী দিব ভয় কৰিছিল।···

---এইবোৰ কথা বাদ দিয়া নিৰ্মলা---আহা আমি হসদেওত হাত মুখ ধুই আহো---আহা।

—ছুয়ো হসদেওলৈ আগবাঢ়ি যোৱাৰ সময়ত নিৰ্মলাই কৈছিল ঃ



—মোৰ এক শঙ্কা আৰু সন্দেহ হবলৈ আৰম্ভ কৰিছে···আপুনি মানুহটো লক্ষ্য কৰিছে নে ?···দেহত তেজ মঙহ একো নাই। এইবোৰ কথা কবলৈ কোনো নাই···। মনৰ মাজত গুজৰি গুমৰি থকা চিন্তা প্ৰকাশ কৰিব নোৱাৰাৰ বেদনাৰ কথা আপুনি ঠিক বুজি নেপাব···সেই খিল্ খিলীয়া হাঁহি অদৃশ্য হৈ পৰিল·· ছুয়ো নয়ন ভৰি আহিল। বৰষুণ পৰি তিতি যোৱা টোকোৰা চৰাইৰ বাহঁৰ দৰে সেমেকি আহিল চকুৰ দৃষ্টি···

—শুনক মই সকলো বিপদৰ বাবে সাজু হৈ আছোঁ।

হসদেওৰ পানীত ছুয়োৰে ছাঁ ছুটি টলমলাই উঠিছিল···এয়া তেওঁৰ ওচৰত পৰস্ত্ৰী। মুক্ত পৰস্ত্ৰী। কবিয়ে কৈ গৈছিল পৰস্ত্ৰীৰ ওঁঠৰে মৌ বৰষে··· পৰস্ত্ৰীৰ···

নাই নাই—এই মুহূৰ্ত্তত চব শেষ হৈ গৈছে··হাত এখন আগবঢ়াই দি তাই কৈছিল।

—কেতিয়াবা মোৰ কিবা বিপদ হ'লে আপুনি মোক সহায় কৰিব। কওক ?

নদীৰ কাষৰ আলতীয়া মাটি যেন খহি পৰিল। তাই হুক্ হুকাই কান্দিব ধৰিলে। তাইৰ ভাজখাই পৰা শৰীৰটি বৰষুণৰ পানীৰ টোপাল পৰা বেংছটাৰ দৰে কঁপিব ধৰিলে।

—কিয় কান্দিছা ?

—চাহাব কন্দা নাই মই ৰতন সিং খালাচী।

ধহ্মহ্কৈ উঠি বহিল হৰ্ষুল।

—কি হ'ল ?

—ছয় নম্বৰ কুঁৱাত আমি পাম্প লগালো কিন্তু পানী শেষ নহয়। তলৰ পৰা পানী ওলাই আছে···।

ভৰিত চেণ্ডেল সুমুৱাই হৰ্ষুলে খালাচীটোৰ পিচে পিচে চাইটলৈ আগবাঢ়িল।

## ছয়

কোম্পানীৰ ষ্টৰপৰা আজিজ মিঞাই এখন পুৰণি চাইকেল সংগ্ৰহ কৰি ল'লে। বালকো, ভাৰত এলুমিনিয়াম, এন. চি. ডি. চি কলিয়াৰীৰ বাবুবোৰৰপৰা কাপোৰ সংগ্ৰহ কৰি অলপ এতিয়া কিছু সুবিধা হ'ল।

জোনাক ৰাতি। মদ্যশালৰ বাৰাণ্ডাত আজিজ মিঞা আৰু ডাম্পাৰ ড্ৰাইভাৰটি বহি আছিল। দুয়োৰো মাজত এটা হাৰিকেন ল্যেণ্টন জ্বলি আছিল। ধোঁৱাৰ চামনিৰে ক'লা হৈ থকা চিমনিৰে অহা এই পোহৰ অত্যন্ত নিষ্প্ৰভ আছিল। দুয়োৰে আগত দুগিলাচ মহুৱাৰে কৰা মদ আৰু পিয়াজ দুটা মান পৰি আছিল। ডাম্পাৰ ড্ৰাইভাৰটি খৃষ্টান আছিল নাম আছিল জোচেফ। এই মদ্যশালাতে দুয়োৰো বন্ধুত্ব গঢ়ি উঠিছিল।

দুঢোক মান খোৱাৰ পাচত সি খবৰ দিব আৰম্ভ কৰিলে—

—তুমি জানা মিঞা এই ছত্তিছ গড় 'এৰিয়া'ক অভাৱগ্ৰস্ত অঞ্চল বুলি চৰকাৰে কেতিয়াবাই ঘোষণা কৰিছে ?

—জানো ভাটাপাৰা বলদীবাজাৰ পেণ্ড্ৰ'ডৰপৰা মানুহবোৰ কেনেকৈ কোববালৈ উঠি আহিছে দেখা নাই।

—সিহঁতৰ খেতি পথাৰ শুকাই গৈছে। গৰু গাই মৰি গৈছে— কোম্পানীত সিহঁতে ৰি কোনো মূল্যতে কাম কৰিব সাজু আছিল—এনেকুৱা নিম্ন ৰেটত কাম কৰিব অহা শ্ৰমিক কোম্পানীয়ে আগে পিচে পোৱা নাছিল ! কিন্তু কোম্পানীয়ে ৰাখে কেনেকৈ ?

আজিজ মিঞাই পিয়াজ এটুকুৰা চোবালে গিলাচত আৰু এঢোক মৰাৰ পাচত কপাল আৰু ডিঙিৰ সোঁত মোচ খোৱা ছালত ঘামৰ কণিকা বিৰিঙি উঠিল। এইবাৰ সি ক'লে :

—শুন এটা মেটৰ সহায়ত সিহঁতৰ কিছুমানে 'ফাবটালাইজাৰত' কাম পাইছে—মই 'ডৰিব' ৰাকৰিত সিহঁতে সৰৈৰ পাতেৰে সজা তম্বু দেখি আহিছোঁ !



ডাম্পাৰ ড্ৰাইভাৰ জোচেফে এইবাৰ ঢেকুঢেকাই হাঁহিব ধৰিলে—

মিঞা তুমি ঠিকেই কৈছা···সৰৈৰ পাতেৰে সজা তম্বুৰ বাহিৰত মই এখন লম্বা আৰু বুটা দিয়া বিছনাৰ চাদৰ দেখি আহিছোঁ। সেইখন 'মেটৰে' চাদৰ চাগৈ !—এদিন আৰু এটা দৃশ্য দেখিছোঁ !

—কি দৃশ্য ?

—চাইকেলত নোদোকা তিৰোতা এজনী সি তুলি নিছে !

—কোনপিনে তুলি নিছে ?

—'ৰাফটাৰে' ( অস্থায়ী দলঙ) কোৰবালৈ তুলি নিছে ! তাইৰ ককালৰ কমৰ বন্ধ ডালে মোৰ চকু ছাট মাৰি ধৰিছিল !···আজিজ মিঞাই চাৰিওফালে চালে ! তাৰ পাচত প্ৰাণ খুলি ঢেকুঢেকাই হাঁহিব ধৰিলে।···চাইকেলখন নঙলাৰ মুখত কাপোৰৰ টোপোলাৰ সৈতে পেলাই থোৱাৰ কথা তেতিয়াহে মনত পৰিল আজিজ মিঞাৰ ! সেইখন ভিতৰলৈ আনিবলৈ মিঞা থিয় হ'ল।

—ড্ৰাইভাৰে চিঞৰি উঠিল—

—থোৱাহে মিঞা তোমাৰ চাইকেল !

—এৰা মোৰ চাইকেলৰ অৱস্থাও মোৰ দৰেই হৈছে। চেইনো বাৰে বাৰে সৰি পৰে। পেডেলৰ অৱস্থাও মোৰ দাঁত দুপাৰিৰ দৰেই হৈ পৰিছে ···তথাপিও এই বুঢ়া ঘোঁৰাৰ পৰাও কাম আদায় কৰিব লাগিব !

চাইকেলখন 'মহুৱাশালাৰ' বাৰাণ্ডাত আউজাই থৈ আজিজ মিঞাই আকৌ আহি জোচেফৰ ওচৰত বহিল।

—কালি ক্ৰেইন অপাৰেটাৰ এটাই এক খাং টিটৰ ( বনৰীয়া মুৰ্গী) আনি থৈছে। ননীয়ে গেষ্ট হাউছত ৰান্ধি দিম বুলি কৈছিল। কালি তাই মোৰ ডাম্পাৰত উঠি কোৰবালৈ গৈছিল।

—তাই বৰ ৰাংচালী ছোৱালী। তাইৰ বায়েকক এৰি থৈ যোৱা সেই ড্ৰাইভাৰটো উভতি আহিব নে বাৰু ?

—থৈ দে আহিব। শুনিছোঁ সি কোম্পানীৰ কাম এৰি দিছে। চাৰপাৰাৰ মিস্ত্ৰীৰ ঘৰত এইজনীৰ সৈতে তিনিজনী ছোৱালী এনেকৈ অন্তঃসত্বা হৈ ঘৰত বহি আছে। সিহঁতে এসময়ত মেটৰ সৈতে চাইকেলেৰে 'ৰাফটা' পাৰ

হৈ কোৰবালৈ গৈছিল।

আজিজ মিঞাই হুমুনিয়াহ এট কাঢ়িলে।

—যোৱা তিনিবছৰ ধৰি এই অঞ্চলটো দুৰ্ভিক্ষগ্ৰস্ত অঞ্চল বুলি ঘোষণা কৰা হৈছে নহয়······এইবাৰ 'দক্ষিণ পশ্চিম মনচুনে' কৃপা কৰিবনে বাৰু?

—ছেগা চোৰোকাকৈ এজাক বৰষুণ পাৰ হৈ গৈছে দেখোন। দেখা নাই গাঁৱৰ ল'ৰা-তিৰোতাই সৰিৰ বীজ গোটাই দোকানীক দি তাৰ সলনি নিমখ আনি মজিয়াত দম কৰি থৈছে।

—কাটঘোৰাৰ পৰা সৰিৰ বীজৰ দালাল দুটা আহিছিল। ইয়াত বহি সিহঁতে মহুৱা খাইছিল।

—শুনিছোঁ সৰিৰ বীজ কিনাৰ ক্ষেত্ৰতো সিহঁতে গাঁৱবাসীক লুটি-পুটি শেষ কৰিছিল। এনেয়ে দুৰ্ভিক্ষ পীড়িত গাঁও!

—যিমান 'সৰিৰ' বীজ সিমান নিমখ······সিহঁতে ভাবিছিল বছৰৰ নিমখ 'সৰিৰ' বীজেৰে গোটাই থব পাৰিব।

—সৰিৰ বীজৰ তেল মহুৱাত ঢালি কেতিয়াবা খাইছা নে মিঞা······

—নাই নাই খোৱা······।

···ভিতৰৰ···চৌকাৰ ওচৰৰপৰা ডিঙিত গলগণ্ড ৰোগ থকা মানুহটোৱে আৰু এটা বটল আনি দুয়োৰে আগত থ'লে······আজিজ মিঞাই বনিয়নৰ পকেট খেপিয়াই চিঞৰি উঠিল: নাই নাই মোৰদ্বাৰা আৰু নহব যি কেইটা পইচা বাকী আছে হৰ্শুল চাহাবৰ তাত জমা দিব লাগিব।

—'অ' মিঞা তোমাৰ সেই 'কবৰৰ ধাওা' ক্তেতিয়াহ'লে যোৱা নাই। কোনো কথা নাই মোৰ পকেট গৰম হৈ আছে— ঘৰলৈ পইচা পঠিওৱা নাই।

—নাই নাই আৰু নেলাগে। ঘৰলৈ পইচা পঠিয়াই দিবি। মোৰ এই কলাফুল দুটা কঁপিব আৰম্ভ কৰিছে—দেখা নাই।

—মিঞাই থিয় হব খুজিলে—

জোচেফে হাতত ধৰি আকৌ বহুৱাই দিলে। মজলিচলৈ আকৌ নতুন উৎসাহ আহিল। ডিঙিত টেমুনা থকা মানুহটোৱে—দুটামান পিয়াজ আৰু এবাটি মুড়ি আনি দুয়োৰে আগত থ'লে·········



জোচেফে গিলাচত সোহা মাৰি ফুচফুচাই কোৱাৰ দৰে ক'লে:

—মিঞা এটা কাম কৰিবা?

—কি?

—ৰাফটাৰে ক'ববালৈ চাইকেলত তুলি নিয়া চাৰপাৰাৰ গাভৰুহঁতক এবাৰ মোৰ ছুই চোৱাৰ ইচ্ছা হৈছে।

মিঞাই ভূমি ছুই কাণ স্পৰ্শ কৰি একপ্ৰকাৰ আৰ্তনাদ কৰি উঠিল:

—তৌবা! তোৰ লগত বহি মদ খাইছোঁ বুলি তোৰ ভিতৰত থকা চব কথা মোৰ আগত উজাৰ কৰি নাঙঠ হৈ পৰিব পাৰিম বুলি নেভাবিবি কিন্তু···

জোচেফৰ চকু দুটা এইবাৰ অঙঠাৰ দৰে ডগমগাই উঠিল। পিচ মুহূৰ্ততে গিলাচত সোহা মাৰি সি নিজকে সংযত কৰি ল'লে:

—নাই নাই মিঞা তুমি বেয়া নেপাবা। মই ধেমালিহে কৰিছোঁ।

জেপৰ পৰা ছুৰী উলিয়াই সি চাৰি পাঁচটামান পিয়াজ মুড়িৰ বাটিটোত কাটি দিলে।

বটলটোৰ এক চতুৰ্থাংশ তেতিয়া শেষ হৈছিল। এইবাৰহে দুয়োৰো বেচ তজবজীয়া যেন লাগিল। দুয়ো একেবাৰে পুৰণা মদাহী।

—মিঞা আলিবাটেৰে সৌবোৰ কাৰ ছায়া মূৰ্তি পাৰ হৈ গৈছে লক্ষ্য কৰিছা নে?

মিঞাই ডিঙি মেলি চালে।

—একেবাৰে অস্থিপুঞ্জ! সেইবোৰ 'কেনেল' খন্দা বনুৱা···আগেয়ে সিহঁতে খেতি পথাৰত কাম কৰিছিল।

—সিহঁত ছত্তিছগড়ী মানুহ। দুৰ্ভিক্ষগ্ৰস্ত মানুহ।

—'লেবাৰ কনট্ৰেক্টৰ' আৰু দালালহঁতে—এই দুৰ্ভিক্ষৰ সুযোগ কেনেকৈ লৈছে দেখিছা?

—এইবোৰ পুৰণা কথা।

—কোম্পানীৰ ইউনিয়নৰ মানুহে কাটঘোৰাৰ হাবিত মনে মনে মিটিং কৰা কথা গম পোৱানে মিঞা···?

—তোমালোকৰ পূব পাকিস্থানী ভগনীয়াহঁতক ৰহোৱা বস্তাৰৰ ঘন

জঙ্গললৈ কেতিয়াবা তুমি গৈছা নে মিঞা ?

— দণ্ডকাৰণ্যত ?

—এৰা সেই 'দণ্ডকাৰণ্যতে' আমাৰ ইউনিয়নৰ মানুহে গৈ মিটিং পাতি আহিছে। কাকতীয় বংশৰ ৰজাহঁতৰ দেৱী দন্তেশ্বৰীক পূজা দিম বুলি হৰ্শুল চাহাবক কৈ গৈছিল সিহঁতে...

—তইনো ক'ত গম পালি এইবোৰ ?

—পি. ডব্লিউ. ডি'ৰ কামত মই ডাম্পাৰ লৈ ৰায়গড়লৈ গৈছিলোঁ। ৰায়গড়ৰ বিড়ি ফেক্টৰীৰ মজদুৰহঁতে ৰঙা পতাকা লৈ 'ধৰ্ণা' দি থকা দেখিলোঁ।

—শুনা মিঞা, বিড়ি ফেক্টৰীৰৰ মালিকৰ অত্যাচাৰ বাঢ়ি আহিছিল! ফেক্টৰী এক্টৰ পৰা হাত সাৰিবলৈ সি ইন্সপেক্টৰৰ পকেট গৰম কৰিছিল...... প্ৰতি হাজাৰ বিড়িত চৰকাৰী ৰেট পাঁচটকা ফেক্টৰীৰ মালিকে দিয়ে, তিনি টকাত ভিতৰুৱা গাৱঁলৈ গৈ বিড়ি তৈয়াৰ কৰি আনে।

জোচেফে লক্ষ্য কৰিলে মিঞাই মনোযোগেৰে কথা শুনি আছে।

—শুনা মিঞা মই বিড়ি ফেক্টৰীৰ তিৰোতা মজদুৰহঁতেও ৰঙা পতাকা লৈ ধৰ্ণা দি থকা দেখিছোঁ।

—তিৰোতা মজদুৰ ?

—এৰা মিঞা তিৰোতা মজদুৰ।

—তেতিয়াহ'লে পোহৰ আহিব জোচেফ!

—ফেক্টৰীৰ মালিকে হেনো চহৰত বসবাস কৰা মজদুৰহঁতক কিছুমান সৰুসুৰা কাৰণত খেদি পঠিয়াইছে...আচল কথা কি জানানে মিঞা। চহৰত বাসকৰা মজদুৰহঁতে ইউনিয়নৰ ৰুল ৰেগুলেশ্যনৰ বিষয়ে সজাগ।......বেমাৰ দুৰ্ঘটনা ইত্যাদি হলে ছুটী ললে হেনো সিহঁতক চুৰনিৰ কুকুৰৰ দৰে খেদি পঠিয়াই...তদুপৰি বাৰ ঘণ্টাত তিনিশ বিড়ি কৰা সহজ কথা নহয়। বিড়ি পাতো কম দিয়ে, ধঁপাতো কম দিয়ে ...তিনিশ বিড়িৰ মাজত খুটি খুটি বেয়া-বোৰ দলিয়াই পেলোৱাৰ 'বাহানা কৰে...

মিঞাই মুড়ি এমুঠি তুলি লৈ আগ্ৰহেৰে চোবাব ধৰিলে।

—তেতিয়াহলে সিহঁতে কি বিচাৰে?



—সিহঁতে বিচাৰে এহেজাৰ বিড়ি কৰা পাত আৰু ধঁপাত, চৰকাৰৰ দ্বাৰা স্বীকৃতি।

নঙলাৰ মুখত জোতাৰ শব্দ শুনা গ'ল। দুয়ো উভতি চালে। পৰিষ্কাৰ ধুতি কামিজ ডিঙিত পৰিষ্কাৰ উত্তৰীয়ৰ সৈতে মানুহ এটা আহি দুৱাৰৰ সন্মুখত থিয় হ'ল। 'হাৰিক্যেন লেম'ৰ পোহৰত আজিজ মিঞাই মানুহটোৰ মূৰৰ চুলি আৰু নাকৰ তলৰ মোচ কোচা স্পষ্টভাৱে দেখিলে। বৰ বিচিত্ৰ ধৰণে তাও দি থৈছিল সি মোচকোচাত।

—বহিবলৈ বাহিৰততো আৰু পীৰা নাই। মোৰ এই পীৰাখনতে বহক— মই সৌ বাৰাণ্ডাতে বহোগৈ...আজিজ মিঞাই থিয় হব খুজিছিল। কিন্তু ভৰিৰ কলাফুল দুটা ভীষণভাৱে কঁপি উঠিল।

নতুন ভদ্ৰলোকে হাত দুখন ওপৰলৈ তুলি একপ্ৰকাৰ চিঞৰি উঠিল...

—মই বহিবলৈ অহা নাই—জোচেফৰ লগত দুটামান কথা আছে।

জোচেফে কথা কব পৰা অৱস্থাত আছেনে নাই মানুহটোৱে কুঁজা হৈ চালে। তাৰ পাচত তাক আলিবাটৰ একাষে থকা সৰৈ জোপাৰ তললৈ মাতি লৈ গ'ল।

আজিজ মিঞাই একে ঠাইতে বহি থাকিল। মুৰটো কিছু আচন্দ্ৰাই কৰিব ধৰিলে। আৰু নোখোৱাই ভাল হব বুলি ভাবিলে সি। অথচ বটলটো এতিয়াও শেষ হোৱা নাই।

পাঁচ মিনিটৰ পাচতে জোচেফ উভতি আহিল। আকৌ আহি সি আজিজ মিঞাৰ ওচৰত বহিল।

—কোন আছিল সি ?

—ডৰিৰ পাণ্ডে মহাৰাজ। পইচা ধাৰে দিয়ে। পইচা ধাৰে দি সি কি কৰিছে দেখা নাই। ডৰিৰ চাৰি আলিত ৰাতি বিশ্ৰাম লোৱা গৰুবোৰ দেখা নাই। ইপিনে কাটঘোৰাৰপৰা অহা গাড়ী, সিপিনে ক'ৰবাৰপৰা অহা গাড়ী, আনপিনে 'ৰাফটাৰে' অহা গাড়ী ডৰিৰ চাৰিআলিত গৰুৰ উৎপাতত 'খাৱা' হব লাগিব। শুনিছোঁ বাচন বৰ্তনৰপৰা আৰম্ভ কৰি তিৰোতাৰ ককালৰ কমৰবন্ধলৈকে সি আজুৰি নিব আৰম্ভ কৰিছে।

—দুৰ্ভিক্ষগ্ৰস্ত অঞ্চলত টকা ধাৰে দিয়া মানুহ···

জোচেফে আৰু এঢোক খাই আকৌ বটলটোত হাত দিব খুজিলে। বটল তেতিয়াও শেষ হোৱা নাই।

—মিঞাই কলে নাই নাই মোক আৰু নিদিবি জোচেফ! পেটত এইটো টেমুনা হৈছে দেখা নাই। ভাত পানী খাব নোৱাৰো···পিচে সেই মানুহটো কিয় আহিছিল?

—মোৰ ডাম্পাৰে তাৰ গৰু এটা মাৰিছিল আৰু সি হয়তো মোৰ মুখ মুণ্ডি চাব আহিছিল—আলিবাটত মই চুৰ কৰি---ডিজেল বিক্ৰী কৰো নে নকৰো।

—অ' বুজিছোঁ···পিচে জোচেফ এতিয়া বটলটো লৈ যা····· গোটেই বটল শেষ কৰি ডাম্পাৰ চলাব নালাগে—কালি গৰু মাৰিছ, আজি মানুহ মাৰিবি। এইখিনিৰ পৰা ক'ৰবালৈ যোৱা ৰাস্তাত দুই তিনিটা পাণ্ডে মহাৰাজৰ এশটা গৰুক আলিবাটত বহিথকা দেখিবি। পাণ্ডেহঁতে সুধিব 'তুমি কোম্পানীৰ পৰা চুৰ কৰি ডিজেল বিক্ৰী কৰিবা নে?·····

মিঞাই এইবাৰ যাবলৈ বুলি থিয় হ'ল।

—বহা বহা মিঞা আৰু খাব নালাগে বাৰু মোক পাকিস্থানৰ কথা কোৱা····· ? সিদিনা মই কাটঘোৰাত উৰ্দু বাতৰি কাগজ এখিলাত পৰিছিলো পাকিস্থানৰ শ্ৰমমন্ত্ৰী মহম্মদ হনীফে স্পষ্ট কৰি দিছে "মজদুৰক যি লাভ দিয়া হয় তাক দান দিয়া বুলি ভাবিব নালাগে। মজদুৰক দিয়া ধন কোনো প্ৰতিষ্ঠানৰ 'মুনাফা' অৰ্জিত কৰা ক্ষমতাৰ লগত সম্বন্ধ কৰি দিয়া যাব। অধিক বোনাচৰ বাহিৰেও কাৰখানাৰ স্বামীয়ে মজদুৰৰ কোনো এটা সন্তানক মেট্ৰিকলৈ শিক্ষা দিয়াৰ দায়িত্ব লব লাগিব"·····আৰু অনেক কথা·····মিঞা তুমি এইবোৰ কথাৰ কিবা গম পোৱানে?

দুয়োখন হাতেৰে মূৰটো হেঁচা মাৰি ধৰি মিঞাই তেতিয়া জোৰ জোৰকৈ উশাহ লৈ আছিল।

—জোচেফ আমি কাপোৰ ধোৱা ধোবাহে। আমাৰ পূৰ্ব পুৰুষ সকলো ধোবা আছিল। আজিজ মিঞাই গুণ গুণাই গীত এটা গাব আৰম্ভ কৰিলে



যিটো গীতৰ মাজত তাৰ পুৰণি জন্মভূমিৰ সীমা ৰেখা অঙ্কিত আছিল—

(ভৈঁস বঁধী হৈ ওৰছা পড়া হুশঁগাবাদ।
লগবৈয়া সাগৰে চপিয়া ৰেৱা পাৰ॥)

"জন্মভূমিৰ সীমা ওৰোছাৰ পৰা হোশঁগবাদ, সাগৰ আৰু নৰ্মদাৰ আনটো পাৰলৈকে। ৰজা ছত্ৰশালৰ সময়ত এই সীমা যমুনা নদীৰ এই পাৰৰ পৰা নৰ্মদালৈকে আৰু নৰ্মদাৰ পৰা চম্বলৰ টোসঁলৈ বিয়পি পৰিছিল।" ···গতিকে জোচেফে এতিয়া পাকিস্থান বুলি চিঞৰিলে কি হব?

ইতিমধ্যে আজিজ মিঞাক মদৰ নিচাই ভালদৰেই তজবজীয়া কৰি তুলিলে। জোচেফ কিন্তু তেতিয়াও সুস্থিৰ হৈ আছিল।

—পাকিস্থানৰপৰা কেনেকৈ ইয়ালৈ অহা হ'ল?

সেই একেই প্ৰশ্ন কেনেকৈ ইয়ালৈ অহা হ'ল?

—'তাঁৰ' আহিল। আইৰ সেই পুৰণা বেমাৰ। ভাৱ হ'ল এইবাৰ আৰু দেখা নাপাম! লিখা পঢ়া কৰি অহা প্ল্টনহঁতৰ পকেট গৰম কৰা মানে মই বুঢ়ীক দেখা নাপাম বুলি ভাবিলোঁ।

—কিন্তু আহিলা কোনপিনে···

—কব্ৰৰ বেদেৰে উটৰ পিঠিত বিড়িৰ পাত লৈ যোৱা তস্কৰহঁত···সেইবোৰ অনেক কথা; কেতিয়াবা কম···যোৱা ডেৰ বছৰ ধৰি তোক ল'গ পাইছোঁ কিছুমান কথা প্ৰকাশ কৰাৰ ইচ্ছা হয়·····।

—মিঞা তুমি ধৰ্মত থকা মানুহ এক ধৰণৰ পাপবোধ নহয় তোমাৰ········?

আজিজ মিঞাই হাত এখন ওপৰলৈ দাঙি এক প্ৰকাৰ আৰ্তনাদ কৰি উঠিল:

—কিয় হব মোৰ পাপবোধ। হিন্দুস্থান পাকিস্থান এইবোৰ কিবা মানে আছেনে? মোৰ জন্মভূমিৰ চাৰি সীমাৰ সঙ্গীত মোৰ কণ্ঠত লাগি থকা নাই নে?

—পুলিচ পইণ্টবোৰত তুমি খবৰ কৰিছিলা নে মিঞা, তুমি যদি ইচ্ছা কৰা মই পালী, বুণ্ডেলা, দানকানা কুছুৰ মাল আনকি সুদূৰৰ চীনাপালীলৈ গৈও গোপনে খবৰ হৈ আহিব পাৰো তোমাৰ নামেৰে কিবা 'ৱাৰেন্ট' ইত্যাদি আহিছেই কিজানি?

—নাই নাই কোনো প্ৰায়াজন নাই। এই ডেৰ বছৰে তই মোৰ সেৱা শুশ্ৰূষা কৰিছ। সৌ সিদিনা তই তোৰ ডাম্প্যাৰত তুলি মোক মিশ্বন হস্পিতাললৈ লৈ গৈছ, খোদাই তোৰ মঙ্গল কৰিব। ধৰ্মগ্ৰন্থই কৈ গৈছে… চব বস্তু বিক্ৰী কৰি এখন হৃদয় কিনি লোৱা।

জোচেফে ক'লে—"আমাৰ ধৰ্মগ্ৰন্থত মসীহাই কৈ গৈছে মোক বিশ্বাস কৰা যি সকলে মোক ৰিশ্বাস কৰে সিহঁতে মৃত্যুৰ পাচতো জীয়াই থাকে।"

—"স্বৰ্গ ৰাজ্য এক বেপাৰীৰ দৰে যিয়ে গোটেই জীৱন এটি ভাল মুক্তাৰ সন্ধানত আছিল। যেতিয়া এই মুক্তা পালে, নিজৰ সকলো বেচি সেই মুক্তা কিনি ল'লে।"

"মানুহৰ আয়ু ঘাঁহৰ দৰে। মৈদানত ই ফুল হৈ ফুলে। ই পবন লাগিলে বৰ নোৱাৰে আগৰ স্থানতো ইয়াক পোৱা নাযায়! …এয়া কি হ'ল মিঞা!"

—মিঞা তোমাৰ চকুত পানী?

—নাই একো হোৱা নাই জোচেফ! ভাৱ হয় মোৰো আৰু বেছি দিন নাই! আৰু তোৰ মুখত এনেকুৱা কথা শুনিলে…আচ্ছা থাওক, বাৰু ধৰচোন মোক ধৰ বহুত পলম হৈ গ'ল। এতিয়াতো আৰু চাইকেলত উঠি যাব নোৱাৰোঁ! গেলা নৰ্দ্দমাত পৰি থকা মদাহীৰ দৰে অৱস্থা হ'ল—নহয়নে?

—বটল শেষ নহ'লেই দেখোন! তদুপৰি পেটত টেমুনা এটা হ'ল বুলি তুমি এনেদৰে মলডি যাব নালাগে নহয়…!

—নাই আৰু বহিব নোৱাৰো। 'কলিয়াৰীৰ' বাবুহঁতৰ কাপোৰ ভাটিত দি অহিৰণত আছাৰি আছাৰি ধুৱাৰ সময়ত মোৰ প্ৰাণ বাহিৰ হৈ যোৱা যেন লাগে…ধৰা আমাৰ মিতিৰৰ বান্ধোন কটকটীয়া হৈ পৰিছে। কথাতে কয় নহয়—

"এদিন মিতিৰ দুদিন মিতিৰ।
বুধ বৃহস্পতি আৰু বাৰ শুকুৰ।
তিনি দিন হ'লে চুৱনিৰ কুকুৰ।"

—অ মিঞা তোমাক বোধহয় মহুৱাই পালে…উঠা মই তোমাক সৌ চাৰি আলিৰ মূৰলৈ আগবঢ়াই থৈ আহো।



উঠিবৰ সময়ত মিঞাৰ ভৰি দুখন কঁপি উঠিল। কিন্তু খোজ কেইটা ঠিকেই দিলে জোচেফেও চাইবেলখন ঠেলি ঠেলি আনি মিঞাৰ ওচৰত থিয় কৰালে।

—চোৱা মিঞা চাইকেলখন ঠেলি লৈ যাব পাৰিবা নে?

—পাৰিম! এতিয়া খোজবোৰ ঠিকেই পৰিছে! শুন যাবৰ সময়ত মই এটা কথা কৈ যাওঁ…তই সেই পাণ্ডে মহাৰাজটিৰ লগত বৰ বেছিকৈ মিলামিচা নকৰিবি! মই বৰ ভালকৈয়ে জানো তাৰ 'ঝীল ঘাটত' (হসদেওৰ ঘাটত) তিৰোতা এজনী আছে। ছুৰী গাঁৱৰ কোচাৰ ব্যৱসায় কৰা (মধ্য প্ৰদেশৰ এবিধ পাট কাপোৰৰ ব্যৱসায়) গাঁৱতো তাৰ এজনী তিৰোতা আছে। 'কোচাৰ' ব্যৱসায় কৰা তিৰোতা জাৰৰ কথা জান নহয় কলিয়াৰীৰ বাবু বোৰেও তাত আহা-যোৱা কৰে…আচ্ছা হব, হব, তই আৰু আগুৱাই আহিব নালাগে। এয়া চা মই চাইকেলত ধৰি কেনে সুন্দৰকৈ খোজ পেলাইছো… যা…আৰু আগবাঢ়িব নেলাগে যা।

…জোচেফে একে ঠাইত থিয় হৈ আজিজ মিঞা উভতি যোৱালৈ চাই ৰ'ল; মিঞাই যাবৰ সময়ত গুণ্ গুণাই গীত এটি গাই গ'ল—

"আলহী ঘৰত পাই জীৱক লৈ গ'ল হাঁহিনী সজাত সুমাই!"

জোচেফৰ ইচ্ছা হ'ল এবাৰ লৰি গৈ সি মিঞাক সুধিব নেকি বিড়িৰ পাত লৈ অহা সেই দলটোৰ লগত আল্লাউদ্দিনৰো চিনাকি আছিল নেকি? কোম্পানীৰ 'প্ৰভিচনেল ষ্টৰছৰ' গৰাকী আল্লাউদ্দিন? …ঘাট ডাকি লোৱা আল্লাউদ্দিন? মিঞাই কেনেদৰে আহি হিন্দুস্থানত ভৰি দিলে তাৰ সকলো প্ৰমাণ লাগিব।

## সাত

**চীফ** ইঞ্জিনীয়াৰে জৰুৰি কামৰ বাবে হৰ্শুলক ৰায়পুৰলৈ মাতি পঠিয়াইছিল। পুৱাৰ পৰা সেই অবতৰীয়া বৰষুণ জাক আৰম্ভ হৈছিল। হসদেওৰ বেৰেজ পোৱাৰ লগে লগে আকৌ আকাশ গোমা হৈ আহিল। ......'বেলগ্ৰী' নলাৰ ওচৰত প্ৰচণ্ড গতিৰে এজাক বৰষুণ নামি আহিল। নলা পাৰ হৈ আগুৱাই যোৱা অসম্ভৱ হৈ পৰিল।

ড্ৰাইভাৰে ক'লে :

—ৰাতিপুৱা শুনিছিলো সমগ্ৰ ছত্তিছগড় অঞ্চল ধুমুহাই তচনচ কৰি পেলাইছে—'বেলগ্ৰী' নলা পাৰ হোৱা অসম্ভৱ কথা হব। আমি উভতি যাব লাগিব।

অনাহূত ভাৱে জীপ আহি যেতিয়া গেষ্ট হাউছৰ সন্মুখত থিয় হ'ল, বাৰাণ্ডাত তেতিয়া কোনো নাছিল। উদং বাৰাণ্ডাত চাইটৰ কুকুৰকেইটাই কুণ্ডলী পকাই বহি আছিল হৰ্শুলক দেখি সিহঁতে নেজ লৰাই আনন্দ প্ৰকাশ কৰিলে।

বাৰাণ্ডাত থিয় হৈ হৰ্শুলে চেঁপা উত্তেজনাৰ চিঞৰৰ ছুটামান শুনি স্তম্ভিত হৈ পৰিল।

ইফালে সিফালে চালে দুৱাৰ, খিৰিকী চব বন্ধ, আন দিনা বাৰাণ্ডাত বহি গল্পগুজৱ কৰি থকা মনচা আৰু ননীবায়ো নাই। গৌৰীশঙ্কৰ ড্ৰাইভাৰ উভতি আহিব বুলি বাট চাই থকা তাৰ সেই অন্তঃসত্বা ৰক্ষিতা কদমবায়ো নাই। ভালেই হৈছে আজি আহিয়েই কাৰো মুখ চাবলগীয়া হোৱা নাই।

···আকৌ সেই গেঙনি।···যন্ত্ৰ চালিতৰ দৰে হৰ্শুলে ছাবি উলিয়াই নিজৰ কোঠাৰ দুৱাৰ খুলিলে। গেঙনি কাষৰ চাটাইৰ ডাইনিং হলৰপৰা আহিছে। ভিতৰৰ পিনে থকা দুৱাৰখন ঠেলা মাৰি দি কি হৈছে তৎক্ষণাতে হৰ্শুলে চাব পাৰে। কিন্তু এক অনাহূত আশঙ্কাবোধে তেওঁক হাত ভৰি লৰ-চৰ কৰিব নোৱাৰাকৈ বান্ধি ৰাখিলে। ডিঙি শুকাই কৰ্কশ হৈ গ'ল···! একে ঠাইতে কিছু সময় জঠৰ হৈ হৰ্শুল ৰৈ থাকিল···। তাৰ পাচত তেওঁ দুৱাৰৰ ওচৰলৈ আগুৱাই গ'ল এই ভাবিয়েই যে অহিৰণ ব্ৰাঞ্চৰ মেনেজাৰ হিচাপে তেওঁৰ কৰ্তব্য আৰু দায়িত্ব আছে···

···দুৱাৰ খুলি ভুকুৰি চাৰি বছৰীয়া হৰ্শুল চাহাৰ স্তব্ধ হৈ গ'ল—লগে লগে বাঘ দেখা হৰিণীৰ দৰে ননীয়ে এক পিশাচৰ বাহু বন্ধনৰপৰা মুক্ত হৈ লৰ মাৰিলে। গুলী খোৱা হৰিণীৰ দৰে তাই যিপিনে লৰি গ'ল তেজৰ শাৰী এটিও সেই পিনে লৰি গ'ল···বিস্ময়কৰ! বিস্ময়কৰ! এয়া নিজৰ উলঙ্গ দেহ ঢাকিবলৈ জীৱৰামে ডাইনিং টেবুলৰ কাপোৰখন টান মাৰি আনিলে।

···জীৱৰামৰ কোঠাতো দুই তিনিটা মানুহৰ চিৎকাৰ শুনা গ'ল। হৰ্শুলৰ বুজিবলৈ বাকী নেথাকিল। কিছু সময় তাই সকলোৰে সমূহীয়া সম্পত্তি হৈ পৰিছিল। কোন আছিল? কোন আছিল সেয়া? হৰ্শুলে নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰিলে ···সেয়া দুৰ্য্যোধন ঠাকুৰৰ কণ্ঠ।

পাপ! ··পাপৰ গভীৰ গৰাহত গৈ তেওঁ উভতি অহা নাই নে? তেওঁ হাত ভৰি বান্ধি লৰচৰ কৰিব নোৱাৰা হোৱা এক পৰিস্থিতিৰপৰা কোনো এক অদৃশ্য শক্তিয়ে তেওঁক ৰক্ষা কৰি অহা নাই নে?

উনৈশ শ আঠাৰন্ন খৃষ্টাব্দ। তেতিয়া তেওঁ তৰুণ ইঞ্জিনীয়াৰ! শৈশৱৰ পৰা তেওঁ মৃগীৰোগৰ চিকাৰ হৈছিল যদিও তেতিয়া তেওঁৰ স্বাস্থ্য সবল আৰু সুন্দৰ আছিল।

'বালাঙ্গিৰৰ চুকটেল নদীৰ 'ইন্‌ভেষ্টিগেশ্যনৰ' বাবে সেইবাৰ তেওঁ বালাঙ্গিৰলৈ যাব লগীয়া হৈছিল। চৰাইখানাৰপৰা সাত কিলোমিটাৰ খোজ কাঢ়ি যাব লগীয়া হৈছিল। * * * নদীৰ পাৰত থিয় হৈ হৰ্শুলে নদীৰ গতি অধ্যয়ন কৰিলে, বালি পৰীক্ষা কৰি চালে আৰু কিছুদূৰ খোজ কাঢ়ি শিলৰ 'কোৱাৰীৰ' খবৰ লৈ আহিল। কলনীৰ ব্যৱস্থা, পানীৰ ব্যৱস্থা, লোকেল লেবাৰৰ ৰেট, ইলেকট্ৰিচিটি মেইন লাইন ক'ৰপৰা লব লাগিব ইত্যাদিৰ বিষয়ে অধ্যয়ন কৰি থাকোঁতে আহাৰ মাহৰ প্ৰচণ্ড সূৰ্য্য হৰ্শুলৰ মূৰৰ ওপৰত থিয় হৈ আছিল। পি. ডব্লিউ. ডিৰ অভাৰচিয়াৰ এটিয়ে মাজে মাজে মূৰৰ ওপৰত

ছাতিটো দাঙি ধৰিছিল যদিও সেই প্ৰচণ্ড ৰৌদ্ৰ জ্বালাৰপৰা ৰক্ষা পোৱা অসম্ভৱ কথা হৈ পৰিছিল। ··কেঁচা ৰাস্তাৰে সাত মাইল দূৰ উভতি যোৱাৰ সময়ত তাৰবা নামৰ সৰু গাঁওখনত ছালি এটুকুৰাৰ তলত বহি চাহ একাপ খোৱাৰ জোখেৰেও কোনো ব্যৱস্থা নাছিল।

পি. ডব্লিউ. ডি'ৰ অভাৰচিয়াৰে ক'লে ঃ

"—এইখন চুকটেল নদীৰ মাছুৱৈৰ গাঁও। কল চোঁচনী পিন্ধি দিন অতিবাহিত কৰিব লগীয়াৰ দৰে অৱস্থা ইহঁতৰ। আপোনাক চাহ কেনেকৈ খুৱাব চাহাব ?"··কেন্দু আৰু কাঁইটীয়া জোপোহাৰ মাজে মাজে গৈ যেতিয়া হৰ্শুলে সেই নিঃসঙ্গ চৰাইখানাটিত উপস্থিত হ'ল তুৱাৰ মুখত এমোকোৰা হাঁহি লৈ পুৰণা ঠিকাদাৰ উজাগৰ সিঙক থিয় হৈ থকা দেখা গ'ল—

—তুমি ইয়াত ?

—হয় চাহাব আজিকালি মই 'তাৰবাৰ' পৰা লেবাৰ চাপ্লাই কৰো !

হাত তুখন মোহাৰি মোহাৰি উজাগৰ সিঙে আৰু কিবা-কিবি কব খুজিছিল কিন্তু হাত দাঙি হৰ্শুলে চিঞৰি উঠিল ঃ

—এতিয়া নহয় ! এতিয়া নহয় !! মই মুখ হাত ধুই আহো !

—আপোনাৰ বাবে চব জোগাৰ কৰি থৈছো 'মুৰ্গী পৰঠা'—ঠাণ্ডা, গৰম চব ! চাল্লা "উল্লু কা পাট্‌ঠা" চকিদাৰে হেনো এছ. ডি. অ'ৰপৰা ইনষ্ট্ৰাকশ্বন পোৱা নাছিল, এছ. ডি. অ'ই হেনো আপোনাৰ টেলিগ্ৰাম পোৱা নাছিল ! সেইবাবে আপোনাৰ খোজ কাঢ়িবলগীয়া অৱস্থা হ'ল।

···উজাগৰ সিঙে আৰু কিবা-কিবি বকি আছিল। সেইপিনে ভ্ৰূক্ষেপ নকৰি হৰ্শুলে ভিতৰলৈ সোমাই গ'ল।···বৃদ্ধ উড়িয়া চকিদাৰ ব্যস্ত হৈ পৰিল অথচ প্ৰথম দিনা ৰূমটোৰ তলা খুলি দিবলৈ সি থেৰো গেঁৰো কৰিছিল। এইবাৰ অহাই-যোৱাই সি দহবাৰ হৰ্শুলক "চালাম" দিলে। ···গা-পা ধুই খোৱা-বোৱা কৰি থকা সময়তে উজাগৰ সিঙৰ পুৰণি কথা কিছুমান বৰ স্পষ্টভাৱে হৰ্শুলৰ মনত পৰিল।

গণ্ডক ব্ৰাঞ্চ। দাসমুন্সী তেতিয়া নতুন ডি. জি. এম। পোন প্ৰথমবাৰ তেওঁ হৰ্শুলক ব্ৰাঞ্চ মেনেজাৰ হোৱাৰ সুযোগ দিছিল। এই গণ্ডক ব্ৰাঞ্চতে



উজাগৰ সিঙে তেওঁৰ ওচৰে-পাজৰে ঘূৰি ফুৰিছিল।

এদিন খোলা খুলিকৈ সি কৈছিল···

—চাহাব আপুনি নতুন মানুহ। শুনিছো আপুনি ফুৰ্তি তামাচাও কৰিব নাজানে। কোম্পানীৰ ছিদ্দীকি চাহাব, ডালমীয়া চাহাব আৰু এক ডজন চাহাবে কোম্পানীৰ কাম এৰি চৰকাৰী কামত গৈ এতিয়া আকৌ কোম্পানীলৈ উভতি আহিব খুজিছে···ইয়াত সিহঁতে 'ক্লাইভ চাহাবৰ' দৰে দিন কটাইছিল।

—কোন ক্লাইব ? সেই ইষ্ট ইণ্ডিয়া কোম্পানীৰ ?

—তেওঁ বুলিয়েই ধৰকচোন ··বৃটিছৰ দিনত ভোজ ভাত খাই যোৱা চাহাববোৰৰ দৰেই সিহঁতে দিন কটাইছিল। 'শুনক' আপুনি একেবাৰে নতুন মানুহ আৰু মই পক্কা ব্যৱস্থাৰ বাবে সাজু !

—পক্কা ব্যৱস্থা ? কি পক্কা ব্যৱস্থা ?

···( গালত কটা দাগ···আৰু সেই কুৎসিত হাঁহিটোৰ সৈতে উজাগৰ সিঙৰ বিশেষ একো পৰিবৰ্তন হোৱা নাই। )

···পাগুড়িটো ঠিক কৰি লৈ উজাগৰ সিঙে দীঘল দাড়িকোচাত হাত বুলাই হঠাৎ তৰ্জনী আঙুলিটো হৰ্শুলৰ পিনে টোঁৱাই নিম্ন কণ্ঠেৰে ফুচফুচাই কোৱাৰ দৰে ক'লে ঃ

—চাহাব ক্ৰেইনৰ ট্ৰেক, চাটাৰিং প্লেট, কেম্পৰ হাচিং ইত্যাদিৰ বাবে কাঠৰ চাপ্লাই মোক সাত টকা চি. এফ. টিত দিয়ক···আপোনাৰ আৰু মোৰ দুয়োৰো লাভ···

মোৰ লাভ ?

বহি থকা চকীখনৰপৰা জাপ মাৰি থিয় হৈ উজাগৰ সিঙে হৰ্শুলৰ হাত এখন থাপ মাৰি ধৰিবলৈ আগুৱাই গৈছিল। ···হৰ্শুলে কিছুদূৰ পিছুৱাই গৈছিল [ ঠিক মনত আছে হৰ্শুলৰ ]

—আঠ অনা চি. এফ. টি. আপোনাৰ হব !

—আঠ অনা চি. এফ. টি. মোৰ হব ! আৰ্তনাদ কৰি উঠিল হৰ্শুলে।

কুৎসিত হাঁহিটো বিয়পি পৰিল উজাগৰ সিঙৰ চকু মুখ আৰু কটাৰ চিহ্ন থকা গালৰ ৰেখাৰ ভাঁজে ভাঁজে।

—শুনা সিং টকা পইচাৰ মোৰ তেনেকৈ প্ৰয়োজন নাই। পৰিয়ালৰ 'ৰেচ্‌পন্‌চিবিলিটি'ও মোৰ নাই। গতিকে আঠ অনাৰ 'চি. এফ. টি' মোৰ প্ৰয়োজন নহব।

প্ৰয়োজন নহব !···হিঃ হিঃ প্ৰয়োজন নাই !!

শেষলৈকে সেই একেই হাঁহি উজাগৰ সিঙৰ ওঁঠত স্থিৰি হৈ থাকিল। খং, ক্ষোভ, হতাশাৰ কোনো চিনেই সেইদিনা উজাগৰ সিঙৰ মুখ মণ্ডলত হৰ্শুলে দেখা নাছিল।

···গণ্ডকৰ কুঁৱা খন্দা কাম শেষ হৈছিল। 'পিয়াৰৰ' কামো আগবাঢ়িছিল 'চুপাৰষ্ট্ৰাক্‌চাৰ'ৰ কাম যেতিয়া আৰম্ভ হৈছিল···তেতিয়াই এক 'তাজ্জৱ কাণ্ড' ঘটিল।

কোনো খবৰ নাই, কোনো 'নটিচ' নাই। এটি জুনিয়ৰ ইঞ্জিনীয়াৰক হেড অফিচে হৰ্শুলৰ ওপৰত 'চুপাৰ ষ্ট্ৰাক্‌চাৰ'ৰ ইনচাৰ্জ কৰি পঠিয়ালে। হেড অফিচৰপৰা 'এপইমেণ্টমেণ্ট' লেটাৰ লৈ আহি এই 'জুনিয়ৰ ইঞ্জিনীয়াৰ'টি গণ্ডক ব্ৰাঞ্চত হাজিৰ হ'ল। উপস্থিত হৈয়ে মহাশয়ে উজাগৰ সিঙক চুপাৰ ষ্ট্ৰাক্‌চাৰৰ চাটাৰিং প্লেটৰ বাবে আঠ টকা চি. এফ. টিত কাঠৰ চাপ্লাই অৰ্ডাৰ দিলে। ···"খং আৰু অপমানক চৰবৎ বুলি" খোৱাৰ অভ্যাস ঠিক তেতিয়াৰপৰা আছে হৰ্শুলৰ ! দাসমুন্সীয়ে তেওঁৰ ওচৰত আহি অনুশোচনা কৰিছিল তেওঁ নতুন ডি. জি. এম., জেনেৰেল মেনেজাৰৰ অনুৰোধৰ ওপৰত কথা কোৱাৰ সাহস তেতিয়াও তেওঁৰ হোৱা নাছিল ! সেইবাবেই হৰ্শুলৰ ওচৰত আহি তেওঁ অনুশোচনা কৰিছিল।

···কোনো খবৰ নাই, কোনো নটিচ নাই, এটি জুনিয়ৰ ইঞ্জিনীয়াৰ মূৰৰ ওপৰত হেড হৈ বহিল ?

—ধং !! —ধং !!!—

গাওঁৰ মন্দিৰৰ ঘণ্টা বাজি উঠিল।

লগে লগে হৰ্শুলৰো চমক ভাঙিল। বাহিৰলৈ ওলাই আহি হৰ্শুলে দেখিলে ঠিকাদাৰ উজাগৰ সিং তেতিয়াও বহি আছে। হৰ্শুলক দেখি সি হাত মোহাৰি মোহাৰি থিয় হ'ল।



—তুমি তেতিয়াহ'লে তাৰবাত কেম্প সাজি আছা ?

—হয় চাহাব।

হৰ্শুলে লক্ষ্য কৰিলে উজাগৰ সিঙৰ গালৰ কটা দাগটিৰ আশে পাশে মকৰাজালৰ দৰে আৰু অনেক ৰেখা বিয়পি পৰিছে—চকু মুখ তললৈ দো খাই খাই যোৱাৰ দৰে ভাব হৈছে। অথচ প্ৰথম দেখাত ভাৱ হৈছিল উজাগৰ সিঙৰ বিশেষ একো পৰিবৰ্তন হোৱা নাই।

—আপোনাৰ সৈতে মোৰ এয়া পোন্ধৰ বছৰৰ মূৰত দেখা সাক্ষাৎ হ'ল নহয় নে ?

—তুমি কৰঁৰবেদ, চেনাব, ৰামচু, আৰু ইছামতি ব্ৰাঞ্চত তেতিয়াহলে নাছিলা ?

—নাই চাহাব মই কৃষ্ণস্বামীৰ ইষ্ট জ'নতহে কাম কৰিছো। চাহাব ?

—কি হ'ল ?

—ইতিমধ্যে আৰু ছুটা বেলেগ কোম্পানীৰ মানুহে 'ইন্‌ভেষ্টিগেট' কৰিব আহিছিল। মই সিহঁতক······মানে সিহঁতে এইটো কাম পোৱাৰ আশা নাই।

—আমি পাম তেতিয়াহলে ?

গালৰ কটা দাগ। কুৎসিৎ হাঁহি !···চকীখন হৰ্শুলৰ ওচৰলৈ টানি আনি এক দৃঢ় ভঙ্গীৰে উজাগৰ সিঙে কলে ঃ

—কিয় নেপাব—নিশ্চয় পাব আৰু মই সিহঁতক সেই শিলৰ 'কোৱাৰীৰ' হিচাপ······

টেক্‌টেকাই হাঁহিব ধৰিলে। উজাগৰ সিঙে তৰ্জনী আঙুলিটো জোকাৰি জোকাৰি তাৰ বিচিত্ৰ ইংৰাজীত চিঞৰি উঠিল ঃ

—গিভ্‌ মি মনপলি অন চাপ্লাই অব 'লেবাৰাৰছ' ফৰ অল টাইপছ অৱ ৱৰ্কচ্‌···মই তাৰবাৰপৰা নাইবা······

চন্দলপুৰৰপৰা হলেও মানুহ আনিম !

।

···গধূলি হৈ আহিল। ঘাটৰপৰা শাৰীপাতি উভতি যোৱা মাছুৰৈহঁতৰ সমদল এটি দেখা গ'ল। চকিদাৰে চাকি জ্বলালে।

—আপুনি আন্ধাৰে মুন্ধাৰে বহি আছে···

গীত শুনিব নেকি ?

—কি ?···একপ্ৰকাৰ আৰ্তনাদ কৰি উঠিল হৰ্শু'লে—

—তাৰবাৰ গীত গাব পৰা ছোৱালীজনী আহি সৌ মজিয়াত বহি আছে তাই মূৰ্গীও ৰান্ধিব পাৰে—মোৰ পৰিবাৰৰ অসুখ তাৰবাবপৰা মই এতিয়া খবৰ লৈ আহিব লাগিব।

হৰ্শু'লৰ মুখমণ্ডলৰ ভাব পৰিবৰ্তনলৈ লক্ষ্য কৰি সি আকৌ কলে—মই চ যোগাৰ কৰি দিছো—তাই সৌ মজিয়াত বহি মুৰ্গী ৰান্ধিব, আৰু আপোনা যদি কিবা প্ৰয়োজন হয় তাইক মাতিব···

···হৰ্শু'লৰ উত্তৰলৈ অপেক্ষা নকৰি পুৰণা ভঙা চাইকেল এখন চোচৰা চোচৰাই সি আলিত উঠিল।

···হাতৰ চুৰিৰ ঝঁনঝননি শুনা গ'ল, তাই মচলা বটিছিল চাগৈ। কি সময়ৰ মূৰত তাইৰ কণ্ঠৰ গীতৰ টুকুৰা দুই এটি শুনা গ'ল।

...এই নিৰ্জন চৰাইখানাটিত আৰু কোনো নাই তেওঁ আৰু তাৰবা এইজনী গীত গাব পৰা গাভৰু ছোৱালী···। এক ধৰণৰ সংকোচ অনুভ কৰিলে হৰ্শু'লে। ভাবিলে তাৰবাত থাকে যেতিয়া উজাগৰ সিঙক ৰাতি ৰা খোৱাহেঁতেন চাগৈ বেয়া নাছিল···।

...ৰাতি দহটা বাজিল। চকিদাৰ কিন্তু উভতি নাহিল।···শিয়াল হোৱাই ৰাতিৰ অন্ধকাৰ ঘণীভূত কৰি তুলিলে। একো একোটা মুহূৰ্ত চুকটেলৰ কলৰৱো শুনা গ'ল।

—চাহাব !

—কি হ'ল ?

—ভাত বাঢ়ো···পাক ঘৰৰ দুৱাৰ ভঙা, মোৰ এনেকৈ বহি থাকিব লাগে ! বাঘ নাই, বলিয়া শিয়াল আহিব পাৰে···!

···মূৰ নদঙাকৈ হৰ্শু'লে ভাত খালে। পুৰণি চিনাকি মানুহৰ দৰে ত নিসঙ্কোচে সকলোখিনি যতনাই দিলে...কিন্তু হৰ্শু'লে মূৰ দাঙি মানুহজনী



চাব নোৱাৰিলে···

—ভিতৰত গৰম বাহিৰৰ খাটিয়াত আপোনাৰ বিছনা কৰি দিওঁ ?

—শুনক মই এই মজিয়াতে পৰি থাকিম আপোনাক পানী চুনি কিবা লাগিলে···

"—নাই ৰাতি মোৰ পানী খোৱা অভ্যাস নাই !"···ৰাতি পানী খোৱা অভ্যাস নাই সঁচা কথা, কিন্তু কি হৈছিল সেইদিনা হৰ্শু'লৰ ! মাজ ৰাতি উঠি ভাব হৈছিল ডিঙি শুকাই কাঠ হৈ গৈছে। আকাশ ডাৱৰে ছাটি ধৰিছে—এয়া দুই এটাপাল বৰষুণৰ পানী আহি তেওঁৰ গাত পৰিছে !! ···চুকটেলৰ কল কল ধ্বনি নিস্তেজ হৈ আহিছে।···বিছনাখন মেৰুৱাই হৰ্শু'লে কুচি মুচি খাটিয়াৰ এচুকত বহি ৰল !'' কিছুদিনৰ আগেয়ে তেওঁ মৃগী ৰোগৰ ভুক্তভোগী হৈছে·····এতিয়া যদি বৰষুণত এনেকৈ পৰি থাকিব লগীয়া হয় তেতিয়া হলে ? কিন্তু সেই মানুহজনী ?

তাইক জগাব নেকি ?···বতাহৰ লগে লগে অহা বৰষুণৰ পানীয়ে হৰ্শু'লৰ বিছনা তিতাই পেলালে। হৰ্শু'ল থিয় হল। এখোজ দুখোজকৈ পৰ্টিকৰ ওচৰলৈ আগবাঢ়ি গ'ল।

দুৱাৰ ঢকিয়ালে।···নাই কোনো সাৰি-শব্দ নাই ! পুৰণা দুৱাৰ অলপ ঠেলি দিয়াৰ লগে লগে কেৰ্ কেৰ্ শব্দ কৰি মেল খাই গল। চাকিৰ পোহৰত হৰ্শু'লে এটা অদ্ভুত দৃশ্য দেখা পালে··মন্ত্ৰমুগ্ধ মানুহৰ দৰে কিছুসময় একেখিনি ঠাইতে হৰ্শু'ল থিয় হৈ থাকিল···

তাই সম্পূৰ্ণ উলঙ্গ হৈ মজিয়াত পৰি আছে ! তাইৰ দেহক অন্তঃসত্বা মহিলাক লোভ লগোৱা আলতীয়া মাটিৰেহে যেন লেপি মচি থোৱা হৈছে।

বিস্ময়কৰ !! বিস্ময়কৰ !!

নাৰীৰ নগ্নদেহ আগে-পিচে হৰ্শু'লে কেতিয়াও দেখা নাছিল।···

কেৰাচিনৰ চাকিৰ শেঁতা পোহৰত এই দেহ জুইৰ ফিৰিঙতিৰ দৰে তাপ আৰু তীব্ৰ ভাষাময় হৈ পৰিল।···মন্ত্ৰমুগ্ধ মানুহৰ দৰে হৰ্শু'ল আগবাঢ়ি গ'ল।

···শ্বাস প্ৰশ্বাসৰ গতি দ্ৰুত হৈ আহিল। কোনোবাই যেন এৰাব নোৱাৰাকৈ হাত ভৰি বান্ধি থলে·····

শৰীৰে এক ভাষা হৈ ক'লে :

—আহা আৰু ওচৰলৈ আহা মোৰ এই স্তনদ্বয় এজোৰ পূৰঠ গোমধান হৈ পৰা নাই নে? ...কিহৰ ভয়?

হৰ্শুলে ভবাৰ দৰে তাই গভীৰ নিদ্ৰাত পৰা নাছিল।

হাত এখন আগবঢ়াই দি তাই ফুচফুচাই ক'লে...

—চোৱা চাহাব...চুই চোৱা চুই চোৱা!...

চুব নেকি হৰ্শুলে?

সঁচাকৈয়ে চুব নেকি হৰ্শুলে ?

......মূৰ আচন্দ্ৰাই কৰিলে। চুকটেলৰ কোনোবা খিনিত যেন বজ্ৰপাত পৰিল। নীড় ভঙা চৰাইৰ প্ৰচণ্ড কলৰৱ শুনা গ'ল। এক মহা নিনাদে এপাট কাঁড় হৈ যেন দূৰ দিগন্তলৈ লৰ মাৰিলে।

সাৰ পাই উঠি হৰ্শুলে দেখিলে কন্দনামুৱা হৈ চকিদাৰটিয়ে তেওঁক বিচি আছে...

—আপোনাৰ মুখত ফেন দেখিয়েই মই গম পাইছো এইটো আপোনাৰ পুৰণা বেমাৰ!

হাত দুখন মোহাৰি মোহাৰি কিছু দুঃখিত হোৱাৰ ভঙ্গীৰে চকিদাৰটিয়ে ক'লে :

—শুনক চাহাব মোৰ গাত কোনো দোষ নাই। ফৰেষ্টৰ চাহাব আহিলে নাইৱা কোম্পানীৰ চাহাব আহিলে উজাগৰ সিঙে তাইক ইয়ালৈ আনে। এয়া ধৰা-বন্ধা কথা...শুনিছো কিছুদিনৰপৰা তাই পেটত ভালমীয়া কোম্পানীৰ চাহাব এটাৰ বীজ লৈ ফুৰিছে।......

—চাহাব, আধা ৰাতিতেই উজাগৰ সিঙে তাইক চাইকেলত তুলি লৈ যোৱা আপুনি চাগৈ গম নেপায়!... আমি বৰ 'গৰীব' মানুহ চাহাব, তাৰবাত উজাগৰ সিঙে দপ্‌দপাই থাকে।

পাপৰ গভীৰ গহ্বৰৰ দুৱাৰ মুখলৈ গৈ উভতি অহা সেয়ে প্ৰথম আৰু সেয়ে শেষ কাহিনী আছিল হৰ্শুলৰ জীৱনত...ইয়াৰ পাচত...চাৰেং খেৰা, গণ্ডক,



বেকী, বুঢ়ীদিহিং, ভলুকাডুবা, ইছামতী নাই—নাই ক'তো আৰু সেই কাহিনীৰ পুনৰাবৃত্তি হোৱা নাই।

—হাত ভৰি নোধোৱাকৈ হৰ্শুলে বিছানাত চিৎ হৈ পৰিল। জীৱৰাম দাস! জীৱৰাম দাস!! ...এই জীৱৰাম দাসক চিনি পোৱা.. এই জীৱৰাম দাসক বুজি পোৱা বুলি বদ্ধমূল ধাৰণা হৈছিল হৰ্শুলৰ।

—মই কাৰোবাক চিনি পাওঁ—মই কাৰোবাক বুজি পাওঁ এই উক্তি নিশ্চয় মূৰ্খজনৰহে উক্তি!

...বটল গিলাচ ইত্যাদিৰ ঠাং ঠুং শব্দ কমি আহিল। মানুহবোৰ চাগৈ দিহাদিহি গ'ল। হৰ্শুলৰ মনত পৰিল। দুপৰীয়া যোৱাৰ সময়ত ননীয়ে সাজি পাৰি সাজু হৈ আছিল আৰু......জীৱাৰাম দাসেও তেওঁক ৰায়পুৰত গৈ চীফ ইঞ্জিনীয়াৰক লগ ধৰিবলৈ উৎসাহিত কৰিছিল।

আন দিনা ৰাতি দোভাগ হলেও মনচাই আহি তেওঁক হাত মুখ ধুবলৈ চাবোন পানী জোগাৰ কৰি দিয়ে। আন খোৱা বস্তু নহলেও একাপ গৰম গাখীৰ খাবলৈ খাটনি ধৰে।...আজি কোনো নাহিল। আজি কোনেও আহিবলৈ সাহস কৰিব নোৱাৰিলে। ...ৰাতিপুৱাৰৰ সময়ত পুৰণা গৰুড় চৰাই হালে গেষ্ট হাউছৰ চালৰ ওপৰত আহি যুজ-বাগৰ কৰা শুনা গ'ল। ..সিহঁতৰ চি-চিয়নিন হৰ্শুলৰ টোপনি ভাঙিল। লগে লগে দুৱাৰত কোনোবাই চকিওৱা শুনা গল।

—চাহাব দুৱাৰ খোলা, মই আজিজ মিঞা।

বুঢ়াই চাগৈ পইচা জমা কৰিব আহিছে। হৰ্শুলে একে ধৰণে পৰি থাকিল। সময়ে অসময়ে আজিকালি মিঞাই পইচা জমা কৰিব আহে।

আকৌ সি চিঞৰিলে—

—চাহাব দুৱাৰ খোলা

কণ্ঠত মিনতি শুনা গল।

কণ্ঠৰ সুৰত হৰ্শুলে গম পালে সি মদ ভাং খাই অহা নাই। হৰ্শুলে

উঠি গৈ দুৱাৰ খুলি দি দেখিলে তিতা শতছিন্ন আলথাল্লা আৰু এই একেই অৱস্থাৰ এখন লুঙি পিন্ধি আজিজ মিঞা থিয় হৈ আছে। তাৰ ধেনুভিৰীয়া পিঠি, কুৰঙ্গত সোমোৱা চকুত এনে এক ধৰণৰ উজ্জলতা আছিল যি উজ্জলতা শেলুৰৈয়ে ধৰা বিজল মাটিত পোহৰ পৰিলেহে সাধাৰণতে দেখা যায়।

—কি হ'ল ?

—বৰ প্ৰয়োজন হোৱা বাবেহে এইদৰে অসময়ত তোমাক আমনি কৰিবলগীয়া হ'ল।

—কি হল কোৱা।

—মই সেই মকববাটোৰ বাবে এতিয়ালৈকে তোমাক কিমান টকা দিলো কিবা মনত আছে নে ?

—ওহো মনত নাই।

—আন্দাজ !

—সাতশ মান হব।

—চাহাব তুমি এটা কাম কৰা ?

—কি কাম ?

—অনুগ্ৰহ কৰি গোটেইখিনি টকা মোক দি দিয়া।

—মিঞা ?

—তাৰ বেমাৰ হৈ থকা ছোৱালীজনী মৰিল ! ছুছেইনগঞ্জত যাবলৈ তাৰ হাতত ফুটা কড়ি এটা নাই।

—কাৰ কথা কৈছা ?

—জোচেফ—কোম্পানীৰ ডাম্পাৰ ড্ৰাইভাৰ।

—সি দেখোন আমাক একো কোৱা নাই। তদুপৰি কোম্পানীৰপৰাও কিছুদিনৰ আগেয়ে সি কিছু এডভান্স লৈ গৈছিল। তাৰ আগেয়ে ও···

—হব পাৰে চাহাব। গৰীব মানুহ ফূৰ্তি তামচা কৰাবো নিচা আছে। আৰু শুনা চাহাব। [ হৰ্শুলৰ কাণৰ ওচৰলৈ আহি সি ফুচফুচাই ক'লে ]··· আন আন কোম্পানীৰ ড্ৰাইভাৰবোৰৰ দৰে সি পেণ্ড্ৰা ৰ'ড নাইবা চাঁপাৰ আলিত ডিজেল বিক্ৰী নকৰে।



—কিন্তু গোটেইখিনি টকা এনেকৈ দি দিয়া তোমাৰ উচিত হব নে মিঞা।

—কেতিয়া উভতাই পোৱা একো ঠিক নাই যেতিয়া ?

—তাক মই চিনি পাওঁ চাহাব। যোৱা একবছৰ ধৰি মই তাৰ লগত চাৰপাবাৰ 'সৰৈই' কাঠেৰে সজা মদ্যশালাত বহি মদ খাইছো।

হৰ্শুলে বুজি পালে বন্ধুক সহায় কৰিব পাই আজিজ মিঞা কিছু উৎসাহিত হৈ উঠিছে।

—এটা কাম কৰা মিঞা। কিছু টকা তুমি ৰাখা আৰু কিছু দিয়া।

—হব বাৰু বৰ্ত্তমান গোটেইখিনিকে দিয়া। শুনা চাহাব আৰু এটা কথা··· মকববাত খোদিত কৰা কোৰাণৰ পংক্তি কেইটা ছুছেইন গঞ্জৰপৰা আহিব।

—ছুইছেনগঞ্জৰ পৰা ?

—জোচেফ যাব – সি মোৰ এটা পুৰণি 'সায়াৰ' বন্ধুক লগ ধৰিব। সায়াৰৰ বাকচত কাপোৰৰ সলনি কাগজৰ টোপোলা থাকে······

আজিজ মিঞাই ঢেক্ ঢেকাই হাঁহিব ধৰিলে।······তাৰ কাণৰ ছুয়ো কাষে থকা আধা কেঁচা আধা পকা চুলিবোৰ ঘাঁমেৰে তিতি উঠিল।

টকা লৈ পুৰনি মামৰে ধৰা চাইকেল ঠেলি ঠেলি আলিত উঠা আজিজ মিঞালৈ মূৰ তুলি চোৱাৰ লগে লগে হৰ্শুলৰ বুকুখনে হাঁহাকাৰ কৰি উঠিল। ······জীৱন পথত লগ পোৱা কোনো কোনো চৰিত্ৰই কেতিয়াবা বিস্ময়ত অভিভূত কৰি তোলে, আজিজ মিঞাও ঠিক এনে ধৰণৰ চৰিত্ৰ নেকি ? কিন্তু কিছুদিনৰপৰা চব কথা খেলি মেলি হৈ গৈছে।

···পোহৰ হৈ আহিল। ···চাইটৰ শ্ৰমিকৰ লৰাঢপৰা লাগি পৰিল। বৰষুণৰ পাচত গছ লতা মাটি সকলো নিকা হৈ পৰিল। ৰ'দ পৰাৰ লগে লগে তিতি থকা সৰৈৰ পাতে এক বিচিত্ৰ সেউজীয়া ৰূপ ধাৰণ কৰিলে। ······চাহব সৰঞ্জাম লৈ মনচা আহিল। ধৰা পৰা চোৰৰ দৰে বিবৰ্ণ হৈ আছিল তাৰ মুখমণ্ডল। যোৱা ৰাতিৰ ঘটনাই আজি ৰাতিপুৱা সকলোকে একোটা নতুন মানুহ কৰি তুলিছে······চাহ কাপ আগবঢ়াই দি মনচাই ক'লে :

—চাহাব 'গেষ্ট হাউছত' কি হৈছে কি হোৱা নাই—এইবোৰ আপুনি একো নেজানে নহয় নে ?

কিন্তু হৰ্শুলনৈ মূৰ তুলি চাই মনচাই কথা কবলৈ আৰু সাহ কৰিব নোৱাৰিলে।

চাইটলৈ আগবাঢ়ি যোৱাৰ সময়ত এক ধৰণৰ দুৰ্ব্বলতা অনুভৱ কৰিলে হৰ্শুলে। 'চাইট'ক উদ্দেশ্য কৰি আগুৱাই যোৱা তেওঁৰ খোজবোৰ আগৰ দৰে তজবজীয়া যেন দেখা নগ'ল।

## আঠ

কুঁৱাৰ কাম লাহে লাহে শেষ হৈ আহিল। ···'চুপাৰ ষ্ট্ৰাক্‌চাৰৰ' কাম আৰম্ভ হ'ল। 'ইৰিকী ড্যামৰ' কাম কৰি থকা আৰু দুটা ইঞ্জিনীয়াৰ আহিল। চাটাৰিং প্লেট তৈয়াৰ কৰাৰ হুলস্থুল লাগি পৰিল। ষ্টীলৰ চেন্টাৰিং কৰাৰ কাম আৰম্ভ হ'ল। চাইটৰ বিভিন্ন ঠাইত বালিৰ পৰ্ব্বতৰ পাহাৰৰ সৃষ্টি হ'ল। ষ্টীল বাৰ কাটি পিচৰাৰ্কাৰে ৰেইন ফৰ্চমেন্ট বাৰ তৈয়াৰ কৰিব আৰম্ভ কৰিলে। প্ৰিচ্‌ষ্ট্ৰেচিং কেৰলৰ কামো পিচৰাৰ্কাৰবোৰে কৰিব আৰম্ভ কৰিলে···চাইটত এক নতুন উৎসাহৰ সৃষ্টি হ'ল।

···পাঁচ নম্বৰ কুঁৱাই অৱশ্যে অনেকক বিব্ৰত কৰি তুলিছিল। সেই সময়ত সেই অস্বাভাৱিক শীত আৰু ববষুণ আৰম্ভ হৈছিল। এদিনৰ ভিতৰত বতৰৰ এই পৰিবৰ্ত্তন বৰ অস্বাভাৱিক আছিল। এটা দুৰ্ঘটনাও ঘটিছিল এদিন কুঁৱাৰ ভিতৰত কাম কৰা শ্ৰমিকৰ কাপোৰৰ তলৰ শৰীৰক যেন শীতে চেপি পেলাব আৰম্ভ কৰিছিল। ···বিস্ময়কৰ কথা, আগদিনা দুপৰীয়া সিহঁতে সৰৈ গছৰপৰা সৰিপৰা সৰৈৰ বীজ চাই আনন্দিত হৈছিল কাৰণ প্ৰচণ্ড গৰম আছিল আৰু সৰৈৰপৰা 'হেলিকপ্টাৰৰ' 'প্ৰোপেলাৰৰ' দৰে লগা ফুলবোৰে ঘূৰি ঘূৰি সৰি পৰিছিল। ···দুপৰীয়া লাঙ্গৰত বহি ৰুটি খোৱাৰ সময়ত খালাচীহঁতে সৰৈৰ বতাহ লৈ ৰুটি খাইছিল। ···এদিনৰ ভিতৰত এই পৰিবৰ্তন সঁচাকৈয়ে যেন বিস্ময়কৰ আছিল। ···এই পাঁচ নম্বৰী কুঁৱাটো এটি অমঙ্গলীয়া কুঁৱা ৰূপেই পৰিগণিত হৈছে। ···এটা দল কুঁৱাৰ ভিতৰৰপৰা



ওলাই আহিছিল। বোকা, মাটি, বাৰুদৰ ধোঁৱাৰ প্ৰলেপ আৰু লপ থপ হৈ অহা কাপোৰেৰে বাহিৰলৈ ওলাই অহা এই খালাচীহঁতক চিনি পোৱাৰ উপায় নাছিল। ···বৰষুণৰ মাজেৰে আৰু এটা দল কুঁৱাৰ ভিতৰলৈ সোমাই গৈছিল। তললৈ নামি যোৱা ৰছীৰ জখলা তলমলাই উঠিল। প্ৰত্যেকটো খালাচীৰ নিশ্বাসৰ পৰা যেন ধোঁৱা ওলাব আৰম্ভ কৰিলে। সিহঁতে খুপি খুপি তললৈ নামি গল! হেও লেম্পৰ 'ৰায়াৰৰ' সৈতে কেইবাবাৰো সিহঁতে জোত-পোত খাই পৰিব খুজিছিল। বাৰুদ, ভিজা মাটি কাটি পেলোৱা, গছৰ শিপাৰ গন্ধ ইত্যাদি মিলি এক উৎকট গন্ধই কুঁৱাৰ ভিতৰত কাম কৰা দুৰূহ কৰি পেলাইছিল। মূৰৰ ওপৰত ওলমি থকা ক্ৰেইনৰ বাল্টিঙত জাবৰ-জোথৰ তুলি দিয়াও অসম্ভৱ কথা হৈ পৰিল। বোকা পানীৰে লপ থপকৈ লাগি ধৰা সামান্য কাপোৰ কানিও সিহঁতৰ ভালুকৰ সাঙিৰ দৰে লাগিল। ···অনাহূত ভাৱে আহি পৰা গছৰ মূঢ়া এটাই ভুতৰ ওপৰত দানহ পৰাৰ দৰে কুঁৱাৰ ভিতৰত মূৰ দাঙি উঠি তিতি বুৰি জুৰুলি জুপুৰি হোৱা খালাচীহঁতক একপ্ৰকাৰ বিব্ৰত কৰি তুলিলে। পাম্প চলি আছিল। হেও লেম্পৰ 'ৰায়াৰৰ' সৈতে মাজে মাজে খালাচীহঁতে জোতপোত খাইছিল।

চৌহান সিং সিন্ধু বোলা খালাচীটোৱে গছৰ মূঢ়াটো কুঠাৰেৰে কাটি আছিল। তাৰ লগৰ দুটা খালাচীয়ে ক্ৰেইনৰ বাল্টিঙত জাবৰ-জোথৰ আৰু শিপাৰে সৈতে থকা গছৰ গুড়িটোৰ টুকুৰাবোৰ তুলি দি আছিল। এঙাৰৰ দৰে ক'লা গছৰ মূঢ়াৰ টুকুৰা মাজে মাজে দুই এটা মাখনৰ দৰে বগা শুভ্ৰ ৰেখা। মুখত কাপোৰ বান্ধি কুৰি বছৰীয়া তজবজীয়া খালাচী চৌহান সিঙে কুঠাৰেৰে ঘপিয়াই আৰু যাঠিৰে খুচি গছৰ মূঢ়াটো অলপ সময়ৰ ভিতৰতে ধ্বংস কৰি দিবলৈ বদ্ধ পৰিকৰ হৈ পৰিছিল! এই বিষম পৰিস্থিতিৰ মাজতো কাম ঠিকেই চলি আছিল। অকথ্য কষ্ট সহ্য কৰিব পৰা মানুহ এই খালাচীহঁত!

......চৌহান সিং সিন্ধু খালাচীৰ কুঠাৰৰ ধপ্‌ ধপ্‌ শব্দ, ক্ৰেইনৰ ঘৰ্‌ ঘৰ্‌ শব্দই বাহিৰৰ বতাহ বৰষুণৰ শব্দৰ লগত যেন প্ৰতিযোগিতাহে কৰিছিল···

ঘস্‌ ঘস্‌···ধপ্‌ ধপ্‌ ঘস্‌ ঘস্‌ ধপ্‌ ধপ্‌···উদ্‌ভ্ৰান্ত হৈ চৌহান সিং সিন্ধুৱে গছৰ গুড়িটো কাটি গৈছিল—কিন্তু ৰক্ত বীজৰ দৰে গুড়িটো ভিতৰে ভিতৰে

যেন বাঢ়িছে আহিছিল।

—খোচ্ খোচ্ যাঠিৰে খোচ কুঠাৰ মাৰ চাবাচ! চৌহান সিং খালাচী চাবাচ!!.....হঠাৎ কুঠাৰৰ ঘাপ শিলাখণ্ড এটুকুৰাত পৰিল!.....কি হল এয়া .....লগে লগে এক প্ৰচণ্ড বিস্ফোৰণ। ধোঁৱা—ধোঁৱা—মাথো ধোঁৱা!

চিঞৰৰ বাখৰ শেষত আৰ্তনাদত পৰিণত হল।

—কি হল?—কি হল চৌহান সিং সিন্ধুৰ? হাতৰপৰা কুঠাৰ সৰি পৰিল কিয়?

দুটা খালাচীয়ে তাক ধৰা মেলা কৰি জখলাৰে ওপৰলৈ তুলি আনিলে। চৌহান সিং খালাচীয়ে ভিৰ ঠেলি বলিয়া কুকুৰৰ দৰে চোচা মাৰি কিছুদূৰ আগুৱাই গল। তাৰ পাচত 'বিশ্ৰাম চালিৰ' তলত আঠু কাঢ়ি বহি চকু এটা হেচা মাৰি ধৰিলে। বোকা পানীৰে লেটি-পেটি গা এই আকৃতি যেন আৰু মানুহৰ আকৃতি নহয়।

ভিৰৰ মাজত কোনোবা এটা ইঞ্জিনীয়াৰে চিঞৰি উঠিল—

—এক্সপ্লচিভৰ 'জেলনাইট ষ্টিক' বৈ গৈছিল চাগৈ—ডেটনটৰৰ সৈতে শিলাখণ্ডত কুঠাৰৰ আঘাত লগাত.....।

আনবোৰ খালাচীও এটি দুটিকৈ ওলাই আহিল—সিহঁতৰ হানি-বিঘিনি হোৱা নাছিল।...সবৈৰ তলত ইউনিয়নৰ প্ৰেচিডেণ্টে বক্তৃতা দিলে—

—চকুটো উলিয়াই পেলাব লগীয়া হলেও ইন্চুৰেন্সৰপৰা টকা পাব।

—কিমান দিন লাগিব?

—বেছি দিন নালাগে!

—চকুটো একেবাৰে উলিয়াই পেলাবলগীয়া হব নেকি?

যোৱা কেইটামান মাহ শ্ৰমিকৰ সমস্যাই হৰ্গু'লক কাহিল কৰি তোলা নাই। চাইটৰ অফিছ চাটাইৰ লাইন ইত্যাদিত লিখি থোৱা 'মাও চে টুঙৰ' গীত আৰু ৰিভিন্ন শ্লোগানবোৰত অহিৰণৰ ধূলি মাকতি পৰি এতিয়া নিষ্প্ৰভ হৈ পৰিছে। 'পি. ডব্লিউ. ডি'ৰ ৰাস্তা বন্ধা কামো এতিয়া আৰম্ভ হৈছে। চাৰপাৰাৰপৰা মাটি কাটি আনি ডাম্পাৰত ল'ড কৰাৰ সময়ত শ্ৰমিকৰ মুখত



আজিকালি বৰ বিচিত্ৰ গান শুনা যায়।

'ইন্ভেষ্টিগেশ্যনৰ' কাম আকৌ ওলাল। বাঙ্গো ড্যাম আৰু 'টাৱা' ড্যামৰ ইন্ভেষ্টিগেশ্যনৰ কাম আৰম্ভ হল। অনেক কোম্পানীয়ে আলিবাট আৰু গভীৰ অৰণ্যৰ কথা ভাবি ইন্ভেষ্টিগেশ্যন নকৰাকৈ আঁতৰি গৈছে। চহৰ অনেক দূৰৈত তদুপৰি 'কোৱাৰীৰ' দূৰত্ব আৰু বাৰিষাৰ লগে লগে ভৰপুৰ হৈ পৰা নলাবোৰৰ ভয়ত অনেক কোম্পানীয়ে এই আশা বাদ দিছে। বাঙ্গো আৰু টাৱা ড্যামৰ কামৰ বাবে হৰ্গু'ল সাজু হল।

এইখিনি সময়তে হৰ্গু'লে নিৰ্মলাৰ পৰা এখন চিঠি পালে। চিঠিখন খুলি হৰ্গু'লৰ বিস্ময়ৰ সীমা নাথাকিল। জীৱনলৈ মাথো এবাৰ অহা সেই শক্তিশালী অনুভূতিক কাৰুণ্যৰে মচি পেলোৱাৰ আয়োজন কৰিছিল মাথো ...কিছুদূৰ হৰ্গু'ল কৃতকাৰ্য্যও হৈছিল ...কিন্তু এই চিঠি...

......মই 'হায়াৰ চেকেণ্ডৰী' স্কুলৰ শিক্ষয়িত্ৰী হৈ তোমাৰ ব্ৰাঞ্চৰ ওচৰলৈকে আহিছো। ছুবীৰপৰা এই খণ্ড (জীপত যদি আহিব নোৱাৰা) টাঙ্গাত আহিব পাৰিবা। আহিবলৈ মই তোমাক জোৰ নকৰো—কিন্তু এটা কথা মই কেতিয়াও প্ৰকাশ নকৰাকৈ থাকিব নোৱাৰো—কথাটো হৈছে তোমাৰ কথা মোৰ মনত পৰে।

......অৱশ্যে মই দুখ সাগৰত পৰি আছো—আৰু মোক সান্ত্বনা দিয়া তোমাৰ প্ৰয়োজন এই বুলি ভাৱি যদি অহা হয় তেতিয়া হলে ভুল হব। বহুদিনৰ পৰা সাজু হৈ আছিলো কাৰণেই চাগৈ এই ধুমুহা চম্ভালি লৈছো। আৰু এটা কথা আজিকালি পাব্লিক ৰাস্তাত 'থাৰ্ড গীয়েৰত' জীপ চলাব মই আৰু ভয় নকৰো।

—পাব্লিক ৰাস্তাত থাৰ্ড গীয়েৰত জীপ চলাব ভয় নকৰে...! উত্তেজনাৰ মাজতো হৰ্গু'লৰ ওঁঠত হাঁহিৰ ৰেখা বিৰিঙি উঠিল। তদুপৰি এই তুমি সম্বোধন? এতিয়া আৰু কোনো সন্দেহ নাই। তেওঁৰ জীৱনলৈ অহাৰ পথ তাই পৰিষ্কাৰ কৰি থৈছে।...চিঠিখন লৈ হৰ্গু'লে বাৰাণ্ডাৰ এটা মূৰৰ পৰা আন এটা মূৰলৈ কেইবাবাৰো অহাযোৱা কৰিলে—কাক সুধিব এইবোৰ কথা?

কোনে তেওঁক ঠিক পথ দেখুৱাব ?

জীৱৰাম দাসক সুধিব নেকি ? নে দুৰ্য্যোধন ঠাকুৰক ? কিন্তু দুয়ো অৱস্থা এতিয়া কৰিয়ে কোৱাৰ দৰে মুখ নালাগিবলৈ খেতি পথাৰত সজাই থোৱা টেকেলীৰে সজা মুখ, খেৰৰ আটিৰ গা আৰু ফটা কাপোৰৰ সাজ পিন্ধ পুতলাটোৰ দৰে নহয় নে ?

ব্ৰাঞ্চৰ সকলোৱে এই পুতলাক চিনি পায়। কি আলোচনা কৰিব এ পুতলাৰ লগত তেওঁ ?

—"এৰা কি আলোচনা কৰিব ?"

······চিঠিখন হাতৰ মুঠিত মুঠা মাৰি লৈ হৰ্শুলে আজিজ মিঞাৰ চালি পিনে আগবাঢ়ি গ'ল।···মেচৰ বাৰাণ্ডাত চুপাৰভাইজাৰ, হাজিৰা বাবু, টাইম কীপাৰ বাবু সকলোৱে বহি টাচ খেলি আছিল। কিছুদূৰ গৈ হৰ্শুলৰ আৰু আগুৱাই যোৱাৰ ইচ্ছা নহল ; তেওঁ উভতি আহিল।

কি উপদেশ দিব আজিজ মিঞাই তেওঁক ? এইটো এটা এনে মুহূৰ্ত য'ত একমাত্ৰ নিজৰ হৃদয়েৰেহে কাম কৰা উচিত হব !···অহিৰণৰ বালিয়েদি পা হাউছৰ ওচৰলৈ আগুৱাই গল হৰ্শুল। সোঁৱা হসদেও আৰু অহিৰণৰ সঙ্গম বিন্ধ্যা অভিমুখে উৰি গৈছে বনৰীয়া হাঁহৰ শাৰী। ৱাৰ্ক চাইটৰ লাইটৰ মালা কোনো এক বিবাহ মণ্ডপৰ কথা সোঁৰৱাই দিছে···এটা দুৰূহ "অ্যাকোয়িডাক্ট কাম এয়ে প্ৰথম হৰ্শুলৰ জীৱনত ! 'প্ৰিচট্ৰেচিঙৰ' নতুন 'মেথড' দেখুৱা ইয়াতেই হৰ্শুলে কোম্পানীৰপৰা ভূয়সী প্ৰশংসা লাভ কৰিছে। বান্ধি দিয় সময়তকৈও তিনিমাহ আগে কাম শেষ হব।···হৰ্শুলৰ জীৱনত অহিৰণৰ এ অ্যাকোয়িডাক্ট এক স্মৃতি চিহ্ন হৈ বিৰাজ কৰিব। দাসমুন্সীৰ জীৱনতে এনেকুৱা অনেক স্মৃতি আছিল।···কিন্তু শেষত এক নিৰ্জ্জন চৰাইখানাত চা দিন তেওঁৰ মৃতদেহ বাহী হৈ থাকিব লগীয়া হল। হসদেও আৰু অহিৰণ সঙ্গম স্থলৰ পিনে আগবাঢ়ি যোৱা দুখন গাঁৱৰ ছবি দেখা গৈছে।···চিঠি হাতৰ মুঠিত লৈ পাম্প হাউছৰ চিৰিত হৰ্শুলক অনেক সময় বহি থকা দে গ'ল।



## ন

ৰাঙ্গোডামৰ ইন্‌ভেষ্টিগেশ্বন কৰি উভতি অহাৰ সময়ত সূৰ্য্যৰ প্ৰখৰ উত্তাপে হৰ্শুলৰ গাৰ ছাল পুৰি পেলাইছিল। বোন্দামহৰ কামোৰত শৰীৰ ক্ষত-বিক্ষত হৈ পৰিছিল।

আন কোম্পানীৰ দৰে হৰ্শুলে পৰাজয় স্বীকাৰ নকৰিলে। কোম্পানীৰ বাবে এইটো চেলেঞ্জিং কাম হব।···হৰ্শুলৰ জীৱনতো এইটো অহিৰণৰ দৰেই মনত ৰাখিব লগীয়া কাম হব। বালি, পানীৰ সোঁত, চব ঠিকেই আছে, কিন্তু সেই নলা নিজৰাৰ ওপৰেৰে যোৱা আলি ?

চেলেঞ্জিং কাম !

ছকুৰি পাঁচ বছৰ বয়সতো হৰ্শুলে ত্ৰিশ বছৰীয়া যুৱকৰ দৰে এক ধৰণৰ তজবজনি অনুভৱ কৰিলে···

কোম্পানীত দুৰ্গম কামৰ বাবে এনে ধৰণৰ তজবজনি অনুভৱ কৰা ইঞ্জিনীয়াৰ এতিয়াও দুটামান বাকী আছে।

হালদীয়াৰ ডকৰকৰ খান চাহাব।

গোমতীৰ বেৰেজৰ আবদুল ৰাজা।

ইদিকী ড্যামৰ শ্ৰীনিবাস।

অহিৰণৰপৰা দণ্ডকাৰ সীমাৰ কেঁচা আলিলৈকে জীপ আহিছিল।

জেপৰপৰা নিৰ্মলাৰ চিঠিখন উলিয়াই আকৌ এবাৰ হৰ্শুলে পঢ়ি চালে।···চঞ্চলতাৰ মাজত কোনোবা এঠাইত একধৰণৰ টান আছিল। হৃদয়েৰে লিখা কথাত এক ধৰণৰ অদৃশ্য শক্তি আছে।···সকতে কোনোবাই হৰ্শুলক এই বিষয়ে সোঁৰৱাই দিছিল। বিলাসপুৰ পাৰ হৈ কাটঘোৰাৰ ওচৰ পোৱালৈকে নিৰ্মলাৰ চিঠিখন হৰ্শুলৰ হাতৰ মুঠিত আছিল।

ছুৰীত জীপ ৰখাই টাঙ্গালৈ হৰ্ষুলে স্কুলৰ সমুখৰ সবৈ জোপাৰ ওচৰত থিয় হ'ল।

···পোনে পোনে সোমাই যাব নেকি ? এক আড়ষ্টতাৰ ভাৰে ভৰি হাত যেন লৰচৰ কৰিব নোৱাৰাকৈ বান্ধি পেলালে !

—চকিদাৰক মাতি দিম ?

টাঙ্গাৱালাই প্ৰশ্ন কৰিলে ! হৰ্ষুলে মূৰ জুপিয়াই সম্মতি জনালে।

চকিদাৰ আহিল। কাগজ এখিলাত নাম আৰু ঠিকনা লিখি হৰ্ষুলে চকিদাৰৰ হাতত দিলে।

···নিৰ্মলা আহিল।

চকুৰ গুৰি গাৰ বৰণ সকলোৱে সোঁৱৰাই দিছে—মূৰৰ ওপৰেৰে পাৰ হৈ যোৱা ধুমুহাক মহিলাই বৰ সহজ ভাৱে লব পৰা নাই।

···ধুমুহাই গছকি এৰি থৈ যোৱা ফুলবো এক অন্য সুবাস আছে॥

টাঙ্গাৰ চৈত ধৰি কিছু সময় নিৰ্মলা থিয় হৈ থাকিল।···

—নামা, টাঙ্গাৰপৰা নামা। ভিতৰত বহিবা নে বাহিৰত? আৰু আগুৱাই আহা, সৌৱা আলিৰ মূৰত সৌখন 'তাবা' দেখিছা নহয় সবৈৰ তলৰ 'বেন্সি' দুখন দেখিছা নহয়···

—তাবাও দেখিছা নহয় ?

—দেখিছোঁ !

—দুয়োকো দুকাপ চাহ কৰি দিব সিহঁতে। আহা আমি 'সবৈ'ৰ তলৰ বেন্সিত বহো !

—সবৈৰ তলৰ বেন্সি ?

দুয়ো খিলখিলাই হাঁহি দিলে। আড়ষ্টতাৰ বান্ধোন খুলি গ'ল।—দুয়ো 'সবৈৰ' তলৰ বেন্সি অভিমুখে আগুৱাই গ'ল।

···বেন্সিত সহজ হৈ বহিল দুয়ো।

···মই জানো তুমি আহিবা! মই জানো মোৰ প্ৰতি তোমাৰ টান এতিয়াও আছে।



হৰ্ষুল চকিত নহল। নিৰ্মলাৰ স্বভাৱৰ সৈতে তেওঁৰ পৰিচয় আছে।

বব কৰা মসৃণ চুলিয়ে তাইৰ গালৰ এটা অংশ ঢাকি ৰাখিছিল। তাইক সৰু ছোৱালী এজনীৰ দৰে লাগিছিল। এক ধৰণৰ সমবেদনাৰে হৰ্ষুলৰ মন ভৰি পৰিছিল।···আৰু এই সমগ্ৰ পৰিস্থিতি এক কাল্পনিক পৰিস্থিতিৰ দৰে ভাৱ হৈছিল।

চাহৰ কাপত চুমুক দি নিৰ্মলাই কলে—

—মোক তুমি ভাল পোৱা। কাৰণ তুমি ভালকৈয়ে জানা ময়ে তোমাৰ প্ৰথম আৰু শেষ প্ৰেম···তোমাৰ চুলি বগা হৈ আহিছে। তোমাৰ ডিঙিৰ তলৰ মঙহ ওলমি পৰিছে···কোৱা এতিয়াও মোৰ প্ৰতি তোমাৰ টান নাই ?

—কোৱা ?

হৰ্ষুলে তল মূৰ কৰিলে।

—মই বৰ 'ফ্ৰাষ্ট্ৰেটেড' অনুভৱ কৰা বুলি ভাৱিছা যদি তুমি ভুল কৰিছা। আৰু এই সাত মাহৰ ভিতৰত···

—মই দুটা পুৰুষৰ লগত শুই আহিছোঁ। সিহঁতক লগ পোৱাৰ পাচতহে মই তোমাক সঁচাকৈয়ে আৱিষ্কাৰ কৰিছোঁ।

—সেইবোৰ কথা মই শুনিব অহা নাই···কিন্তু ইমানবোৰ ঠাই এৰি তুমি এই সাধাৰণ স্কুলখনলৈ কিয় আহিলা ? ···আৰু তোমাৰ ঘৰৰ মানুহ ?

—মোৰ ঘৰৰ মানুহে মোৰ মনৰ শান্তিহে বিচাৰে; মোক আদেশ উপদেশ দিব নিবিচাৰে···

চাহৰ কাপ প্লেটে বেঞ্চিৰ তলত থৈ নিৰ্মলাই হৰ্ষুলৰ মুখলৈ মূৰ তুলি চালে।

—কি কৰা তুমি ?

—ভাল কেৰিয়াৰ থকা সত্বেও এইখন স্কুলত কাম লোৱা মোৰ দুটা উদ্দেশ্য আছিল—এটা উদ্দেশ্য তুমি নিশ্চয় বুজি পাবা···দ্বিতীয়টো আকৌ এবাৰ তোমাৰ ওচৰলৈ অহা। ···এই কোম্পানীৰ জীৱন এই এক বিচিত্ৰ জীৱন······বিচিত্ৰ অভিজ্ঞতা আৰু তোমাৰ দৰে এক পৱিত্ৰ আত্মাৰ লগত

এই সম্বন্ধ ! আৰু এই কামটো এনেদৰে পোৱা বৰ বিস্ময়কৰ নহয় নে ? ছুৰীৰ স্কুলত মই বুৰঞ্জী পঢ়ুৱাব আহিছোঁ ।

—শুনা !

হৰ্শুলে মূৰ তুলি চালে ।

—কিবা কবা ?

—মই তোমাৰ ওচৰলৈ পৱিত্ৰ হৈ যাব নোৱাৰিম । এয়ে মোৰ আক্ষেপ হৈ বৰ...কিন্তু আচৰিত কথা কি জানা মোৰ নিজৰ কোনো কামেই মোৰ ব্যভিচাৰ যেন নালাগে । পৱিত্ৰতাৰ সঠিক সংজ্ঞা সঁচাকৈয়ে কোনোবাই দিব পাৰিছে নে ?

হৰ্শুলে তলমূৰ কৰিলে ।

—শুনা মোক বিয়া কৰোৱাত তোমাৰ আপত্তি নিশ্চয় নাই !

—নাই আপত্তি নাই । কিন্তু তুমি নেভাবানে বৰ সোনকাল হৈ আছে মনৰ এক অস্থিৰ অৱস্থাত তুমি এই সিদ্ধান্ত গ্ৰহণ কৰিছা ।

—অস্থিৰ অৱস্থা···

দুয়ো নয়ন ভৰি আহিল নিৰ্মলাৰ । শাৰীৰ আচলটো তাই দাঁতেৰে চেপি ধৰিলে । মূৰটো আঠুৰ ওচৰলৈ দোঁ খাই পৰিল···হৰ্শুলৰ ভাব হ'ল তাই কান্দিব । দুয়ো হাতেৰে হৰ্শুলে তাইৰ হাত এখন মুঠি মাৰি ধৰিলে ।

···জীপ বৈ থকা ছুৰী গাঁৱৰ ওচৰলৈ দুয়ো 'টাঙ্গাত' উঠি আগবাঢ়িল অ'ত ত'ত বনৰীয়া বগৰীৰ জোপোহা দেখা গ'ল । শিল দিয়া কেঁচা আলিৰ ওপৰেৰে ঘেৰ্‌ ঘেৰ্‌ শব্দ কৰি টাঙ্গা পাৰ হৈ গ'ল ··

—তুমি কেতিয়াবা ভাবি চাইছা নে তোমাৰ লোকচান হব ।

—লোকচান ?

টাঙ্গাৰ জোকাৰণিত নিৰ্মলাৰ কণ্ঠ কঁপি কঁপি বাহিৰলৈ ওলাই অহাৰ দৰে শুনা গ'ল ।

—তোমাৰ ল'ৰাই যদি কেতিয়াবা কাৰোবাৰ পদূলিত আৱশ্যকতাতকৈও বেছি সময় থিয় হৈ থাকে নাইবা তোমাৰ ছোৱালীয়ে যদি···সেই জ্ঞানী সকলে



কোৱাৰ দৰে—

—এৰা তেতিয়াহলে মানুহে কব···জানো নহয় কাৰ ছোৱালী, কেনেকুৱা মাকৰ ছোৱালী···?

—নাই নাই মই ঠিক তেনেকুৱা ভাবত কথা কোৱা নাই । তুমি ভুল নুবুজিবা ।···জ্ঞানী লোকে কৈ গৈছে, যিসকলে বিদ্ৰোহ কৰি অনুশোচনা কৰা নাইবা মনৰ গ্লানিত এক অন্য পথেৰে ধাবিত হৈছে সেইসকলেও আকৌ উভতি যাবলৈ হাঁহাকাৰ কৰি উঠিছে । তুমি ঠিক বুজি নাপাবা ।

আৰ্ত্তনাদ কৰি উঠিল নিৰ্মলাই ।

—সেইবোৰ মোক একো নুশুনাবা···ভাবি লোৱা মই বেয়া তিৰোতা ·· মই তোমাক জোৰ নকৰোঁ···

এটা সময়ত নিৰ্মলাক লৈ টাঙ্গা উভতি গ'ল । টাঙ্গা আৰু নিৰ্মলাৰ ছায়া মূৰ্তিটি অন্তৰ্দ্ধান হোৱালৈকে হৰ্শুলে চাই ৰল । ·· সৰৈ, মহুৱা আৰু গাধনিমৰ হাবিৰ মাজেৰে গৈ টাঙ্গা অন্তৰ্দ্ধান হোৱালৈকে হৰ্শুলে জীপত আউজি থিয় হৈ আছিল । ·· টাঙ্গা অন্তৰ্দ্ধান হোৱাৰ লগে লগে···বুকুৰ কোনোবা খিনিত হৰ্শুলে একধৰণৰ হাঁহাকাৰ অনুভৱ কৰিলে—কোনো কথাই কোৱা নহল । যিবোৰ কথা কোৱা হ'ল সেইবোৰো !! আকৌ এবাৰ যাব নেকি ? হাতত ধৰি মাতি আনিব নেকি আকৌ এবাৰ ? এৰা আকৌ এবাৰ ?

জীপৰপৰা নামি হৰ্শুলে দেখিলে আজিজ মিঞা আৰু মনচাই বাৰাণ্ডাতে গল্প কৰি আছে । নতুন ইঞ্জিনীয়াৰসকলৰ মেচৰপৰা সঙ্গীতৰ ধ্বনি ভাঁহি আহিছে । সেই দুৰ্ঘটনাটোৰ পাচৰ পৰা জীৱৰাম দাসে উঠি অহা নতুন ইঞ্জিনীয়াৰৰ দলটোৰ সভ্য হৈছে ।

—ইমান ৰাতিলৈকে তুমি ইয়াত আজিজ মিঞা···

—কি কৰিম চাহাব, নতুন ইঞ্জিনীয়াৰ আহিল নতুন মেচ হ'ল··· ৰাতিলৈকে হোৱা সেই হৈ হাল্লাত মই শুব নোৱাৰা হলো···চাওক চাহাব মই এইটো হোকা কিনি আনিছোঁ···লক্ষ্ণৌ, সহাৰণপুৰ, মুৰাদাবাদ, জামনগৰ ঘূৰি হোকাই ছুৰীৰ হজৰত মিঞাৰ বাহৰত পৰি আছিল । কবৰ স্থানত পৰি থকাৰ দৰে লাংখা-লিংখি অনেক বস্তুৰ মাজত লাংখাই পৰি আছিল । এই

লক্ষ্ণৌৰ কশীদনী কৰোশৰ ( ধঁপাতৰ দোকানৰ ) হোকা…হোকাৰ এই ফৰ্চী দেখিছে নহয়, খাটি ৰূপৰ। হুছেইন গঞ্জৰ গিয়াছ উদ্দিন মিঞাৰ হোকাৰ ফৰ্চীও হেনো ৰূপৰ আছিল। মুৰাদাবাদৰ ফৰ্চী হিন্দুস্থান বিখ্যাত। শুনা যায় হোকাৰ বাবে বাঁহ আহিছিল—সহৰাণপুৰ, পীলীভীত আৰু কাঠমুণ্ডৰ পৰা!—হৈছে হৈছে মিঞা, তুমি যোৱা শোৱাগৈ ; ৰাতি অনেক হ'ল।

—চাহাব, মোৰ বাবে চিন্তা কৰিব নালাগে। যোৱা চাহাব, তুমি হাত ভৰি ধোৱা, খানা খোৱা…!

গুৰ, গুৰ, শব্দ কৰি আজিজ মিঞাই হোকাৰ নলীত মুখ দিলে। হৰ্শুল ভিতৰলৈ সোমাই গ'ল।…চব পৰিপাটিকৈ থোৱা আছে, গা-ধোৱা ঘৰত গৰম পানী, বিছনাত নিকা চাদৰ, টেবুলত গৰম কৰি আনি দিয়া খানা…চব ঠিকেই আছে ; কিন্তু মনচাৰ যেন কিছু পৰিবৰ্তন হৈছে। সেই ঘটনাৰ পাচত মনচাৰ কিছু পৰিবৰ্তন দৃষ্টি গোচৰ হৈছে…

…জ্ঞানীজনে কৈ গৈছে অন্তৰত গুমৰি থকা ক্ষোভ বাহ্যিক ক্ষোভতকৈ বেছি ভয়াবহ। আৰু ধৰা পৰি সাৰি যোৱা চোৰ…?

…'চিফ্‌ট্‌ চেইঞ্জৰ' ছাইৰেণৰ শব্দ শুনা গ'ল। ভাত পানী খাই হৰ্শুলে আকৌ বাহিৰলৈ ওলাই আহিল। জোনাকৰ এক অপূৰ্ব পোহৰে মকৰাজালৰ দৰে চাৰিওফালে ছাটি ধৰিছে। ৰামধেনুৰপৰা ছিঙি অনা সূতাৰে কোনোবাই যেন অহিৰণৰ পানীৰ সূতিত বিচিত্ৰ কাৰুকাৰ্য্য কৰি থৈছে।

ভাৱপ্ৰৱণ হৈ পৰিল হৰ্শুল।

এক ধৰণৰ আনন্দই কিছু উত্তেজিত কৰি তুলিলে। কাৰোবাৰ আগত নিজৰ মনৰ সমস্ত ভাৱধাৰাৰ কথা প্ৰকাশ কৰিবৰ মন গ'ল! কিন্তু কাৰ আগত প্ৰকাশ কৰিব?

হঠাৎ হৰ্শুলৰ চকু পৰিল আজিজ মিঞাৰ ওপৰত। ভঙা গুৰগুৰী উপভোগ কৰি সি বহি আছে।

—মিঞা তুমি জোচেফৰপৰা সোনকালে পইচা আদায় কৰা ; তোমাৰ উভতি যোৱাৰ সময় হৈ আহিছে। তুমি নিজৰ শৰীৰৰ পিনে কেতিয়াবা লক্ষ্য কৰিছা নে?



মিঞাই হৰ্শুলৰ কথালৈ বৰ বেছি ভ্ৰুক্ষেপ নকৰি গুৰগুৰী হুপি থাকিল—হৰ হৰ—হৰ হৰ হৰ…বৰ বিচিত্ৰ শব্দ বৰ আৰামদায়ক শব্দ—আৰু আকাশৰ সৌ জোনটো?…হৰ্শুলৰ কবিতা এফাকিৰ কথা মনত পৰিল।

"হঠাতে অবাক মাংৰাই দেখে এফালি জোন
কৃষ্ণচূড়াৰ ব্যগ্ৰ বাহুত আউজি হাঁহে…"

—নাই নাই ভাবিবৰ মন যোৱা নাই। নিৰ্মলাক ইমান মহত্ব দিয়া উচিত হব নে? নিজৰ এই অস্তিত্বক এনেদৰে জলাঞ্জলি দিয়া উচিত হব নে? এই বয়সত যি বয়সত মাথো দৰ্শক হোৱা যায়!

এৰা দৰ্শক হৈ থাকিবলৈ ভাল লগা হয়।

—মিঞা, তোমাক মই আকৌ সোঁৱৰাই দিছোঁ তুমি উভতি যোৱাৰ সময় হৈছে। নহলে কেতিয়াবা তুমি ডৰিৰ বাটত মুখ থেকেচা খাই পৰি মৰি থাকিবা। কোনেও তোমাৰ কথা গম নেপাব…দাসমুন্সীৰ কথা জানা নহয়…দাসমুন্সী?

এইবাৰো মিঞাই মনে মনে থাকিল—

—শুনা মিঞা তাত তোমালোকৰ দৰে শৰণাৰ্থীৰ হেনো মৰণ নাই। সিন্ধুৰ শৰণাৰ্থীৰ 'তাঁৰ' আৰু বেনভাচৰ জুপুৰি শিলৰ জুপুৰিলৈ ৰূপান্তৰ হৈছে। কেম্পত আশ্ৰয় লোৱাহঁতেও হেনো দুসাজ পেট ভৰাই খাবলৈ পাইছে…

গুৰগুৰীৰ নলীৰপৰা মুখ আঁতৰাই আনি মিঞাই স্থিৰ দৃষ্টিৰে হৰ্শুলৰ মুখৰ পিনে চাই ৰ'ল। শোথ বেমাৰীৰ দৰে দহা চকুহাল যেন মকৰাজালেৰেহে ঢাকি থোৱা আছে।

—চাহাব……কৰাচীক সাৱটি থকা পৰ্বতমালাৰ কথা জানানে চাহাব……এই গুৰগুৰীটোৰ বৰণ দেখিছা নহয় সেই পাহাৰৰ ঠিক এই বৰণ—গছ নাই লতা নাই……আৰু পুহ মাহত সেই হোঁ হোঁ হা হা শব্দ…কাশ্মীৰৰ সেই পাঠানটোৱে—আৰু উত্তৰ পশ্চিম সীমান্তৰ মাহমুদ বেগে শিল কাটি গাধৰ গাড়ীত……শুনক চাহাব গাধৰ গাড়ীত……

—কি হ'ল গাধৰ গাড়ীত?

—এখন গাধৰ গাড়ীত চাৰিটকা হিচাপে…

সেইবোৰ মোক শুনাব নালাগে—তুমি কোৰাচোন উভতি যাবলৈ তুমি কিয় সাজু হোৱা নাই ?

—জোচেফ আহক, মকববা সাজু হওঁক, তাৰ পাচত যোৱাৰ কথা ভাবিম।

হৰ্শুলে লক্ষ্য কৰিলে জোচেফ উভতি অহা নাই কাৰণ আজিজ মিঞা চিন্তিত হোৱা নাই। বৰং নিশ্চিন্ত হৈ বহি আছে।

...বিস্ময়কৰ! বিস্ময়কৰ। হঠাৎ গুৰগুৰীটো দূৰলৈ দলিয়াই থৈ আজিজ মিঞাই গুণ্‌গুণাই এটি গীত গাব আৰম্ভ কৰিলে—

"ৰাজাজীয়ে তেওঁৰ দোষ শুধৰাইছিল
চৰ্দাৰ পেটেলে আজ্ঞা পালন কৰিছিল।
আচাৰ্য্য তেওঁ পূজাৰী আছিল
প্ৰেমেৰে তেওঁ নিৰ্মান কৰিছিল
প্ৰেমেৰে তেওঁ মাটিৰে তৈয়াৰী পুৰুষকো
শ্ৰেষ্ঠ বীৰ কৰি তৈয়াৰ কৰিছিল।
হিন্দুস্থানে অনেক লোকক পাহৰি পেলাইছে।"

...শেষলৈ আজিজ মিঞাৰ কণ্ঠৰপৰা এক ধৰণৰ ঘেৰঘেৰনি শুনা গ'ল। গুৰগুৰীৰ হুৰু হুৰু শব্দৰ দৰে এটা শব্দ শুনা গ'ল। ...এই শব্দ এটি যন্ত্ৰণাময় শব্দৰ লগত মিলি বৰ কৰ্কশ শুনা গ'ল।

...গুৰগুৰীটো একাষৰীয়াকৈ থৈ আজিজ মিঞাই কিছু দূৰলৈ উঠি গৈ অলপ সময় আঠুত মূৰ গুজি বহি কাহিলে। তাৰ পাচত দূৰলৈ থুই পেলাই দিলে। এই খিনি সময়তে মিঞাক কিছু ৰহস্যময় যেন লাগিল। ইয়াত এইদৰে বহাৰ আগতে বোধহয় আজিজ মিঞাই ডবিৰ মদাশালত কিছুসময় বহি আছিছে।

ইঞ্জিনীয়াৰৰ মেচৰপৰা তেতিয়াও হৈ হাল্লা চিঞৰ-বাখৰৰ শব্দ ভাঁহি আহিছে। এক নাম নজনা কষ্টই হৰ্শুলৰ বুকুত কিছু সময় পিয়াপি দি ফুৰিলে... কৰৰ, বেদ, চন্দ্ৰভাগা, ইদিকী—ইত্যাদি প্ৰাকৃত ঠিক এনেধৰণৰ অৱস্থা এটা হৈছিল। উঠি অহা ডেকা ইঞ্জিনীয়াৰৰ দলটোৱে এখন অন্য পৃথিৱীৰ সৃষ্টি কৰিছিল। আজৰি সময়ত গেষ্ট হাউছৰ বাবাণ্ডাৰ আৰামী চকী এখনত



তেওঁ অকলশৰে এইদৰে বহিব লগীয়া হৈছিল।

...হঠাৎ আকৌ গুৰগুৰীৰ শব্দ ভাহি আহিল।

—তোমাৰ কোনো চিন্তা হোৱা নাই আজিজ মিঞা ?

—চিন্তা ? কিহৰ চিন্তা ?

হৰ্শুলে তলমূৰ কৰিলে।

—জোচেফ কিয় উভতি নাহিব ? 'কোম্পানীত' সি পাৰমানেণ্ট গ্ৰেডত নাই জানো ? তদুপৰি প্ৰচুৰ পৰিমাণে অভাৰ টাইম ! আৰু ..?

—আৰু কি মিঞা ?

মিঞাই আকৌ গুৰগুৰীত মুখ দিলে—হৰ্, হৰ্, হৰ্, হৰ্ !

হৰ্শুলে লক্ষ্য কৰিলে এইখিনি সময়ত কিছুমান বিশিষ্ট ৰেখা মিঞাৰ মুখত স্পষ্ট হৈ পৰিছে। মুখমণ্ডলত যেন জোটপোট খাই থকা জাল এখনৰ এটি টুকুৰাইহে ঢাকি ধৰিছে !

—মিঞা তোমাক মই আকৌ সোঁৱৰাই দিছোঁ, তুমি উভতি যোৱাৰ সময় হৈ আহিছে। নহলে তুমি নিজে পুলিচক খবৰ দিয়াৰ সময় আহিছে।

গুৰগুৰীটো একাষে থৈ মিঞাই কলে :

—ঘৰ। তুমি ঘৰৰ কথা কৈছা চাহাব ? শুনা চাহাব, মই মূৰ্খ মানুহ ; মই অনেক কথা বুজি নেপাওঁ···মোৰ পিতাৰ ঠিকনা আলাউদ্দিন মিঞা, জিলা শিবান, পষ্ট অফিছ হুছেইন গঞ্জ, গাঁও বল্লী···

—এইবোৰ মই জানো মিঞা।

—ডেৰকুৰি বছৰ আগেয়ে এদিন মোৰ ভাই হজৰত মিঞাক বল্লীৰ চকিৰ ওচৰত কোনোবা হিন্দুৱে কুঠাৰেৰে ঘপিয়াই মাৰিলে—'লাচৰ' ওচৰ পাওঁতে কোনোবাই আৰ্তনাদ কৰি উঠিল—ভাগ মিঞা···ৰাৱালপিণ্ডিলৈ ভাগ, লাহোৰৰপৰা ভাগি অহা হিন্দুহঁতে গোটেইখন কাটি মাৰি খাস্তাং কৰি পেলাব—সিহঁতেও ল'ৰা তিৰোতা হেৰুৱাইছে। আইক নিয়া অসম্ভৱ কথা হৈ পৰিল। তাৰ পাছত সকলো কথা তুমি জানা নহয়···

মিঞাই তাৰ শুকান শিলিখাৰ দৰে বৰণ লোৱা আধা ভঙা দাঁত কেইটা উলিয়াই এটি বিচিত্ৰ ভঙ্গীৰে হৰ্শুলৰ মুখলৈ চালে।

—শুনা চাহাব, হুছেইন গঞ্জত মোৰ ঘাটি আছিল—অনেক জিলাৰ অনেক তহসিলবো ভাগ হ'ল···পণ্ডিতে কৈ গ'ল মানচিত্ৰৰ বুকুত নতুন ৰেখা এডাল তিৰবিৰাই উঠিল··ৰাৱালপিণ্ডিৰ হজৰত মিঞাই মোক এদিন সেই ৰেখাডাল দেখুৱাইছিল··ময়খানাত বহি আছিলোঁ—দুয়ো ঢেকঢেকাই হাঁহিব ধৰিলোঁ।

—শুনা চাহাব, হজৰত মিঞা আৰু মই দুয়ো ঢেক্‌ঢেকাই হাঁহিব ধৰিলোঁ। সিও লাহোৰ জিলাৰ কসুৰ তহসিলৰপৰা ভাগি যোৱা মানুহ। কসুৰ তহসিলৰ তাৰ 'দাঙ্গাৰ' সময়ত কাণ এখন কটা গৈছিল। সি 'ময়খানাৰ' লেতেৰা পিয়লা এটা হাতত লৈ চিঞৰি উঠিল—

—পণ্ডিতে কোৱাৰ দৰে—পাহাৰ পৰ্ব্বত নদী নলা গছ লতা এইবোৰৰ মাজত এইডাল ৰেখা দেখা পামনে মিঞা ?

—পাম নে মিঞা ?

আমি দুয়ো ময়খানাৰ লেতেৰা পিয়লাৰ ৰস পান কৰি সমস্বৰে চিঞৰি উঠিলোঁ—

—পাহাৰ পৰ্ব্বত নদী নলা গছ লতাৰ বুকুত এইডাল ৰেখা নাই। পাহাৰ পৰ্ব্বত নদী নলা গছ লতা এইবোৰৰ বুকুত কোনো ধৰণৰ ৰেখা নাই।। মানুহে এই ৰেখা আঁকিব নোৱাৰে !

···শুনা চাহাব আজি তোমাক চিন্তিত যেন দেখা গৈছে। তুমি মুখ ওলমাই বহি আছা···

—চাহাব ইয়াত বহি বহি নাইবা কিতাপ পত্ৰ পঢ়ি নাইবা সৌৱা লোহা লক্কৰ আৰু চিমেণ্টৰ মাজত জীৱন বিচৰা ভুল কথা চাহেব। জীৱনক অন্য ঠাইত বিচাৰিব লাগে···আচ্ছা সেইবোৰ কথা যাওঁক তুমি এইদৰে মুখ ওলমাই বহি আছা অথচ তোমাৰ লগৰ সৌজাকে···শুনিছানে চাহাব ···ৰেকৰ্ড প্লেয়াৰত একেখন ৰেকৰ্ড একে ঠাইত—এটা অসহ্য শব্দ কৰি বাজি আছে।

অহিৰণৰ কলকলনিক চেৰ পেলোৱা কিহৰ হাঁহি এইযাৰ—

—চাহাব সেইপিনে বৰ বেছি লক্ষ্য নকৰিবা, এদিন সিহঁতেও ঠিক তোমাৰ



দৰে বাৰাণ্ডাৰ এচুকত বহি মুখ ওলমাই হাঁহি খিকিন্দালি হৈ হাল্লাৰ শব্দ শুনিব লাগিব।···

—মিঞা সৌ নলাটোৰ ওচৰলৈ গৈ তুমি বতিয়াই অহাগৈ···

মিঞাই হাত জোকাৰি চিঞৰি উঠিল—নাই নাই চাহাব, সেইবোৰ একো হোৱা নাই ; জেপত 'বালকোৰ' চাহাবে দিয়া পইচা আছিল, কলিয়াবীৰ বাবুৰে পইচা নিদিলে এটা বটল কিন্তু দিলে। মই ভৰিৰ চালি তলত বহি গিলাচ আৰু পিয়াজ ভজা লৈ সাজু হৈছোঁ, অৰ্থাৎ দেখা পালো এখন ট্ৰাক আহি চালিৰ সম্মুখত খাৰা হ'ল। হুৰমূৰকৈ নামিল নাচ গান কৰা হিজৰাৰ (নপুংসকৰ) দল এটা! নাচ হ'ল। গান হ'ল। মজিয়াত গিলাচ আৰু প্লেটৰ হাট বহিল।

যাবৰ সময়ত দীঘল বেনী আৰু পাটোলাৰ শাৰী পিন্ধি অহা হিজৰা এটাই মোৰ এইখন হাতত থাপ মাৰি ধৰিলে—

মই কলোঁ—

—নিয়া বটলটোকে নিয়া।

—নাই এটা বটলেৰে নহব...তাই...মানে তায়ে বুলিম নে সিয়ে বুলিম চোঁ-মাৰি গৈ মোৰ পকেটৰ পৰা 'বালকোৰ' বাবুৰে দিয়া টকা উলিয়াই ললে। লৰি গৈ বাহিৰত ৰৈ থকা ট্ৰাকত উঠাৰ সময়ত মোৰ কাণৰ ওচৰলৈ মুখ আনি—এটা বৰ লেতেৰা গালি পাৰি থৈ গ'ল। গতিকে মকৰৱাৰ টকা তোমাৰ হাতত আৰু জমা দিব নোৱাৰিলোঁ।...দুটা বজাৰ চাইৰেণৰ শব্দ ভাঁহি আহিল। ৰাতি ডিউটি দিয়া খালাচী কেইটাৰ হৈ হাল্লাৰ বাহিৰে এতিয়া আৰু একো শব্দ নাই। জুনিয়ৰ ইঞ্জিনীয়াৰৰ মেচৰ গণ্ডগোল কমি আহিল। আকৌ কলে হৰ্গুলে।

—মিঞা যোৱা গণ্ডগোল কমি আহিছে—এতিয়া তুমি শুব পাৰিবা—যোৱা।

—মোক যে এইদৰে উপদেশ দিছা তুমি নিজে শুই নাথাকা কিয় ? তোমাৰ মুখত মই টোপনিৰ ভাৱ দেখা নাই কিয় ? তদুপৰি মই আলাউদ্দিনৰ কথা কৈ আছিলো নহয় ..অলপমান বাকী আছে শুনিবা নে তুমি ?

মিঞাই অৱশ্যে হৰ্গুলৰ উত্তৰলৈ বাট নাচালে—

—শুনা চাহাব···শৰণাৰ্থীৰ বাবে পূৰ্ণবাস বিভাগ স্থাপিত হ'ল। পঞ্জাবৰ ৰাজধানী লাহোৰ পাকিস্তানলৈ গ'ল। কিছুদিনৰ বাবে চৰকাৰে জলন্ধৰকে ৰাজধানী কৰি ললে। কোন মালিকৰ কিমান মাটি আছিল, এইবোৰৰ বিষয়ে হিন্দুস্থানৰ পৰা 'জমাবন্দি' যোৱাৰ পাচতহে ঠিকনা লগোৱা হ'ল।

—শুনা চাহাব হজৰত মিঞাই ফাং ফুং কৰি 'জমাবন্দি' আহিব বুলি কৈ ৰাৱালপিণ্ডিত আঠ একৰ ভূমি হস্তগত কৰি ললে—মোকো দিলে আঠ একৰ ···কিন্তু আমাৰ 'জমাবন্দিৰ' কাহিনী শুনক···আজিজ মিঞাই ঢেক্‌ঢেকাই হাঁহিব ধৰিলে।···তাৰ এই হাঁহি অনেক দূৰলৈকে প্ৰতিধ্বনিত হ'ল। কিন্তু এতিয়া আৰু হৰ্গুলৰ মিঞাৰ 'জমাবন্দিৰ' কথা শুনাৰ জোখেৰে মনৰ আগ্ৰহ নাই।

—শুনা মিঞা তুমি যোৱা, সৌৱা নলীৰ পানী খোলা আছে, মুখ হাত ধুই আহাগৈ···মই মোৰ দুটামান নিজৰ কথা তোমাৰ আগত কম!

—তোমাৰ কথা?

—এৰা মোৰ কথা!

মিঞা উঠি গ'ল। থৰক বৰক খোজেৰে গৈ আলিৰ কাষৰ অস্থায়ী পানীৰ পাইপৰ ওচৰত থিয় হ'ল। উভতি আহি কলে সি—

—কোৱা চাহাব কি কথা কবা কোৱা···

—মিঞা মোৰ ওচৰলৈ মানুহ এজনী আহিব খোজে!

আৰ্তনাদ কৰি উঠিল মিঞাই—

—কি কলা চাহাব?

—মোৰ ওচৰলৈ মানুহ এজনী আহিব খোজে!

কিছুসময় মৌন হৈ থাকি মিঞাই কলে—

—তুমি মোক সুধিছা চাহাব? মই বুজি পাইছোঁ···তুমি মোক বুজি পোৱা আৰু মই তোমাক বুজি পাওঁ কেনে সুন্দৰ কথা নহয় নে?

—তিৰোতাজনী মোৰ ওচৰলৈ আহিলে বৰ বেয়া কথা হব নেকি বাৰু?

—বেয়া কথা নহয় কিন্তু ভালদৰে কথাবোৰ ভাবি চোৱা—তোমাৰ মূৰৰ



চুলি বগা হৈ আহিছে তোমাৰ দেহত বাৰ্দ্ধক্যৰ ৰেখা স্পষ্ট হৈ পৰিছে···এনে অৱস্থাত যি গৰাকী তিৰোতা তোমাৰ ওচৰলৈ আহি ত

—শুনা চাহাব তুমি মোক বেয়া নাপাবা। মই তিৰোতাৰ কাহিনী জানো, যেতিয়া তিৰোতাবোৰ বেয়া হয় তেতিয়া পৃথিৱী নৰক হৈ পৰে আৰু যেতিয়া তিৰোতা ভাল হয় তেতিয়া···

মিঞাই গুৰগুৰীটো নিজৰ ওচৰলৈ টানি ললে—

···এই হৰ হৰ হৰ হৰ শব্দ ৰাতি অনেক সময়লৈ চলি থাকিল। পুৱা শুই উঠি মনচাই দুয়োকো একে ঠাইতে বহি থকা দেখা পালে।

## দহ

মহেশ ঠাকুৰ বোলা ইঞ্জিনীয়াৰজনে জীপৰ পৰা নামি চাৰিওফালে চালে। 'চুপাৰষ্ট্ৰাকচাৰৰ' কামত বেলেগ এটা শাখাত কাম কৰি থকা মহেশ ঠাকুৰে এই প্ৰথম মধ্যপ্ৰদেশত কাম কৰিব আহিছে। উৎকল এক্সপ্ৰেছৰপৰা নামি চাঁপাৰ পৰা ত্ৰিশ মাইল জীপেৰে আহি এয়া অহিৰণ পাইছেহি! চেহেৰা অত্যন্ত সুন্দৰ যদিও কাপোৰ কানি পিন্ধাত ঠাকুৰৰ সিমান লাগবান্ধ নাই!

—জীপৰ শব্দ শুনি মনচা আৰু তাৰ সহায়ক এটি লৰি আহিল।

—মহেশ ঠাকুৰৰ ওচৰত থিয় হৈ মূৰ দোৱাই কলে—

—গেষ্ট হাউছত কোঠা খালী হৈ আছে আৰু 'ব্যাচ্‌চেলাৰ' মেচটোৰ কোঠা খালী আছে কিন্তু 'ব্যাচ্‌চেলাৰ' মেচ অহিৰণ নদীৰ কাষত এতিয়া শীত পৰিব। অহিৰণৰ বতাহে মেচৰ কেইওটা কোঠা কোবাই থৈ যাব।···আপুনি শীত পছন্দ কৰে নে চাহাব? মেনেজাৰ চাহাবে শীত মুঠেই পছন্দ নকৰে। অসুখ আছে···

—গেষ্ট হাউছত থাকিলে আপুনি এখন মুকলি বাৰাণ্ডা পাব। ব'দ লৈ

দেওবাৰে ক'ববাৰ পৰা হকাৰে অনা কাগজ পঢ়িব পাৰিব···শুনক এতিয়া গেষ্ট হাউছৰ এটা কোঠাত কেৱল মেনেজাৰ চাহাব থাকে কিন্তু কেম্পৰ মানুহে কোৱা মেলা কৰিছে অলপতে···

—হৈছে হৈছে···মুখ চলিলে চলিয়েই থাকিব নহয় নে···? নে বস্তুবোৰ সামৰ ···

জীপ ড্ৰাইভাৰে মূৰৰ চুলিৰ ধূলি জোকাৰি চিঞৰি উঠিল। মনচা আৰু তাৰ সহায়কটিয়ে বস্তু-বাৰি সামৰিব আৰম্ভ কৰিলে। মহেশ ঠাকুৰে গেষ্ট হাউছৰ পিনেই খোজ দিলে।

মহেশ ঠাকুৰ অহাৰ এসপ্তাহৰ পাচত হৰ্গুলে 'ছুৰীলৈ' গৈ নিৰ্মলাক লৈ আহিল। বিলাসপুৰৰ কৰ্টত বিয়া হোৱাৰ পাচ দিনা হৰ্গুলে কেম্পত পাৰ্টি দিলে। ডৰিৰ হসদেও প্ৰজেক্টৰ ইঞ্জিনীয়াৰ সকল, ভাৰত এলুমিনিয়াম বিষয়া সকল চুবা কাছাৰ কলিয়াৰীৰ বাবুবোৰ আনকি অফিছৰ কাষত অহা চীফ ইঞ্জিনীয়াৰ চিক্কাও পাৰ্টিলৈ আহিল।

'শমিয়ানাৰ' তললৈ নি হৰ্গুলে নিৰ্মলাক সকলোৰে লগত পৰিচয় কৰি দিলে।

—ত্ৰিশৰ ওচৰাওচৰি বয়স। অপূৰ্ব্ব স্বাস্থ্য। বৰ কৌতূহলেৰে চা… সকলোৱে তাইক। কোনোবাই ফুচফুচাই কলে,

—অহিৰণ মৰুত এইপাহ গোলাপ নহয় নে?······'ব্যাচ্‌চেলাৰ' মেচৰ উদণ্ড ইঞ্জিনীয়াৰহঁতেও সকলোৰে লগত আজি একেলগে বহি মদ খালে ···হঠাৎ বেলকোৰ বিষয়া এটি মাতাল হৈ নিৰ্মলাৰ ওচৰলৈ চো মাৰি লৈ আৰ্তনাদ কৰি উঠিল—

—মেডাম, মানুহে আপোনাক সৰল হৃদয়া বুলি কয় নহলে আপুনি এনেদৰে দ্বিতীয় বিবাহত বহিল হেঁতেন নে?" আপোনাক এই সুন্দৰ ভা… ছুটি মোক এবাৰ চুই চাব দিব নে·· ···

কোনোবাই তাৰ পিঠিত এটা প্ৰচণ্ড থাপ্পৰ বহোৱাই দিলে। তাৰ হাতৰ গিলাচ দূৰলৈ ছিটিকি পৰিল।



এই মাতাল বিষয়াটিক বাহিৰলৈ উলিয়াই নিয়া ভদ্ৰলোকটি আছিল—নতুনকৈ অহা 'চুপাৰষ্ট্ৰাকচাৰ'ৰ ইঞ্জিনীয়াৰ—মহেশ ঠাকুৰ।

···বিস্ময়কৰ! বিস্ময়কৰ!—আগে পিচে কোনো পাৰ্টিতে ব্ৰান্স মেনেজাৰৰ স্ত্ৰীক এনে দৰে অপমান কৰাৰ কাহিনী নাই।

পৰিস্থিতিক শান্ত কৰি তৰুণ ইঞ্জিনীয়াৰ মহেশ ঠাকুৰে আহি নিৰ্মলাৰ ওচৰত থিয় হৈ কলে।

—মেডাম, আপুনি এতিয়া এই "শামিয়ানাৰ" তলত থকা উচিত নহব। ···ভোজ ভাতৰ সময়ত আকৌ আপোনাক লৈ আহিম—আহক মোৰ পিচে পিচে আহক!

—এইবোৰ কাৰণেই কোম্পানীয়ে পাৰ্টি দিব ভয় কৰে!

—আহক···।

হৰ্গুলে ক'লে—

—যোৱা ঠাকুৰৰ লগত যোৱা ক্ৰেইন ড্ৰাইভাৰৰ স্ত্ৰীৰ লগত কিছু সময় বহি থকা গৈ!

···শামিয়ানাৰ তলৰপৰা দুয়ো বাহিৰলৈ ওলাই আহিল··এই হৈ হাল্লাৰ মাজতো মহেশ ঠাকুৰৰ কণ্ঠ নিৰ্মলাই শুনিলে—

—আমাৰ দুয়োৰো শুভ আগমনৰ ভোজ এয়া···দুয়ো মন বেয়া কৰা উচিত নহয়।

নীলাভ আকাশৰ বাহুবন্ধনত আৱদ্ধ জোনে ৰাক চাইট আৰু অহিৰণৰ বালিত এক অপূৰ্ব্ব শোভা বিচ্ছুৰিত কৰিছিল।

ক্ৰেইন ড্ৰাইভাৰৰ পত্নীয়ে বৰ আগ্ৰহেৰে নিৰ্মলাক খাটিয়াৰ ওপৰত বহুৱালে। উভতি যোৱাৰ সময়ত মহেশে কৈ গ'ল:

—পৰিস্থিতি শান্ত হলে আকৌ নিবলৈ আহিম। ···ক্ৰেইন ড্ৰাইভাৰৰ পত্নীয়ে কলে—

—আপুনি বাহিৰলৈ গৈ চাব নেকি?

—কি চাম?

—শামিয়ানাৰ তলত ভোজ ভাত খোৱা দৃশ্য!

—নাই সেইবোৰ চোৱাৰ ইচ্ছা নাই ! তোমাৰ 'ল্যাণ্টন' আছে ?

—আছে। ধুমুহা আহিলেই লাইন কটা যায় নহয়—তদুপৰি মেনেজাৰ চাহাবে কোম্পানীৰ জেনেৰেটৰ চলোৱাত কৃপণালি কৰে বুলি সকলোৱে জানে ।

—আনা ল্যাণ্টন আনা।

তাই প্ৰশ্ন নকৰাকৈ খাটিয়াৰ তলৰ পৰা ল্যাণ্টন উলিয়াই আনিলে। তেল আছে নে নাই জোকাৰি চালে।

—কি কৰিব এইটো আপুনি ?

—আহা তুমি সেইটো লৈ মোৰ পিচে পিচে আহা !

দুয়ো অহিৰণৰ পাৰৰ পৰিত্যক্ত স্কুলটিলৈ খোজ দিলে।

—ইমান ৰাতি এইদৰে···

—চুপ থাকা আৰু মোৰ পিচে পিচে আহি থাকা !

নির্মলাৰ অপূৰ্ব দেহকান্তি এই আধা অন্ধকাৰ আৰু আধা পোহৰৰ মাজত বৰ মনমোহা দেখা গ'ল। 'ক্ৰেইন ড্ৰাইভাৰৰ' পত্নীয়ে যন্ত্ৰচালিতৰ দৰে তাইৰ আদেশ পালন কৰিলে।

দুয়ো অহিৰণৰ পাৰত অৱস্থিত কোম্পানীৰ স্কুল ঘৰটিৰ ওচৰলৈ আগুৱাই গ'ল। হাতত ল্যাণ্টন লৈ নির্মলাই স্কুল ঘৰটোৰ চাৰিওফালে জুমি জুমি চাব ধৰিলে। স্কুলঘৰৰ চাটাইৰ বেৰতো অনেক কথা লিখি থোৱা আছে।

এঠাইত আহি নির্মলাৰ দৃষ্টি স্তব্ধ হৈ পৰিল ইংৰাজীতে এফাকি কবিতা লিখা আছে। সুন্দৰ হাতৰ আখৰ···

—কোন কোন আহিছিল ইয়াত ?

—শুনিছিলো মটৰ চাইকেল লৈ এবাৰ ছাত্ৰৰ দল এটি আহিছিল··· সিহঁতে হসদেওৰ পাৰত হাঁহ চিকাৰ কৰিছিল আৰু অহিৰণৰ মাছ মৰা তিৰোতা জাকক জোকাইছিল। সিহঁতেই চাগে স্কুলৰ বেৰত এইবোৰ কথা লিখিছিল।

ক্ৰেইন ড্ৰাইভাৰৰ পত্নীয়ে ল্যাণ্টন দাঙি ধৰিলে। বৰ আগ্ৰহেৰে কথাখিনি পঢ়িব চেষ্টা কৰিলে নির্মলাই। কোনোবাই বিশৃঙ্খল হাতেৰে বেৰখন মচি পেলাইছে যেনেদৰে বায়পুৰ, বিলাসপুৰৰ ইটাৰ প্ৰাচীৰবোৰত লিখি থোৱা চৰকাৰ বিৰোধী কথাবোৰ পৰিষ্কাৰ কৰি পেলোৱা হৈছে ঠিক তেনেদৰে এই



চাটাইৰ বেৰত লিখি থোৱা কথাবোৰো মচি পেলোৱা হৈছে···

হঠাৎ ক্ৰেইন ড্ৰাইভাৰৰ পত্নীয়ে চিঞৰি উঠিল :

—শামিয়ানাৰ তলৰ পৰা নৌ কেইটা মানুহ এইপিনেই টলং-পলংকৈ আহিব আৰম্ভ কৰিছে, লক্ষ্য কৰিছে নে ? আমি দুয়ো এইখিনিত এইদৰে অকলশৰে থিয় হৈ থকা উচিত হোৱা নাই।

—সেইকেইটা মদ খাই উৎপাত কৰা মানুহ কেইটা চাগে···বাঃ বেচ বঢ়িয়া কথাই হৈছে। ঠাকুৰে সিহঁতক বাহিৰলৈ গটিয়াই পঠোৱাত কৃতকার্য্য হৈছে ! ল্যাণ্টনৰ ফিটা ডাল কমাই দিয়া···

দুয়ো সেই বিশৃঙ্খল খোজেৰে অহা মানুহ কেইটালৈ কৌতুহলেৰে চাব ধৰিলে—

সিহঁতৰ দুটামানে অহিৰণৰ বালিৰ পিনেহে খোজ পেলালে। এটাই এই স্কুল ঘৰটিৰ পিনে গোঁ গোঁৱাই আহিছিল ; কিন্তু বাটতে 'চাটাৰিং প্লেটৰ দম এটা দেখি সেইবোৰৰ ওপৰত সি বহি পৰিল।

ল্যাণ্টনৰ ফিটা বঢ়াই দি এইবাৰ নির্মলাই কথাখিনি পঢ়িব আৰম্ভ কৰিলে "চেয়াৰমেন মাও চে টুঙে" ডেৰকুৰি বছৰ আগেয়ে বিগ্ৰেড নম্বৰ তিনিশ ঊনষাঠিক দিয়া এটি কবিতাৰ পংক্তি—

"Become like a pine or a willow.
The pine is evergreen,
Straight in wind or storm.
(The pine has principle).
The willow grows anywhere it is planted,
In spring its branches lengthens, numberless leaves
Move in the wind with beauty
(The willow has flexibility)"

—আপুনি কিমান সময় ইয়াত এনেদৰে থিয় হৈ থাকিব। মোৰ ল'ৰা-ছোৱালী বেইটা শুই উঠাৰ সময় হৈছে·····!

—তুমি ল্যাম্প টি ইয়াত থৈ উভতি যোৱা, মই অকলেই যাব পাৰিম·····

—নাই আপোনাক তেনেদৰে অকলশৰে থৈ যাব নোৱাৰিম···শুনক স্কুল ঘৰটিৰ পাছফালৰ 'চাটাইত' কোম্পানীৰ মানুহে আপোনাৰো বদনাম কিছুমান লিখি থৈছিল······

— মোৰ বদনাম ?

—হয় আপোনাৰ ! সেইখিনি সময়ত আপোনাৰ স্বামীৰ অসুখ হৈছিল আৰু আপুনি ঝীলপাৰাৰ বাকৰিলৈ গৈ হৰ্গুল চাহাবৰ ওচৰত গাড়ী শিকিছিল ? নিৰ্মলাই একো উত্তৰ নিদিলে ।

—এইবোৰ কথা কোনে মচি পেলালে ।

—সেইবোৰ হৰ্গুল চাহাবে নিজেই মচি পেলালে !

শামিয়ানাৰ তলৰপৰা ভাঁহি অহা হাঁহি আৰু কিৰিলিৰ শব্দই অহিৰণৰ আনটো পাৰলৈ গৈ ঠেকা খালে । লঙ্গৰৰ ওচৰত কুকুৰ কেইটামানে খোৱা-কামোৰা কৰি থকা শুনা গ'ল ।

অলপমান থেৰোগেঁৰো কৰি ক্ৰেইন ড্ৰাইভাৰৰ পত্নীয়ে এইবাৰ প্ৰশ্ন কৰিলে ঃ

—কওঁকচোন বাৰু আপোনাৰ স্বামী জীয়াই থাকোঁতেও হৰ্গুল চাহাবৰ সৈতে আপোনাৰ কিবা প্ৰকাৰৰ·· ···

—তুমি প্ৰেম মৰম ইত্যাদিৰ কথা কব খুজিছা নহয় জানো ? এই প্ৰেম মৰম আমাৰ দুয়োৰে মাজত আছিল ! মোৰ দৈহিক সম্বন্ধ ঘটোৱাৰো ইচ্ছা আছিল । কিন্তু হৰ্গুল মান্তি হোৱা নাছিল ।

চক্ খাই উঠিল ক্ৰেইন ড্ৰাইভাৰৰ পত্নী ! তাইৰ হাতৰপৰা ল্যাণ্টানটি সৰি পৰাৰ উপক্ৰম হ'ল !

নিৰ্মলাই কলে ঃ

—বলা আমি উভতি যাওঁ । এই সৰু স্কুলঘৰটিৰ লগত মই আকৌ মোৰ সম্বন্ধ স্থাপন কৰিব লাগিব । কোনোবাই মোক খবৰ দিছিল মই আৰু পঢ়ুৱাব নোৱাৰিম···স্কুলঘৰটিত বৰ কুৎসিত আখৰেৰে মোৰ কাহিনী লিখা আছে ।

—মই কলো, নহয় আপুনি অহাৰ আগতে এইবোৰ চব পৰিষ্কাৰ কৰি



পেলোৱা হৈছে ! তদুপৰি আজিকালি 'ক'ৰবাৰপৰা' পল্টনৰ সাজ-পোছাক পিন্ধা মানুহ এজাক আহে । সিহঁতে 'চাটাইৰ' বেৰ ধোৱে । শ্ৰমিকৰ ল'ৰা—ছোৱালীৰ বেমাৰ-আজাৰৰ খবৰ লয় আৰু খেতি পথাৰলৈয়ো অহা-যোৱা কৰে ।

—হৈছে হৈছে দেখিছা, সৌ মদাহীটোৱে চাটাৰিং প্লেটৰ দমৰপৰা উঠি এইপিনেই গোঁ-গোঁৱাই নামি আহিছে···

আমি কোৱাকুৰিকৈ উভতি যোৱাই ভাল হব, সৌৱা সি এইপিনেই আহিছে······

দুয়ো আকৌ চাটাইৰ লাইনৰ পিনে আগুৱাই গ'ল । লাইনৰ ওচৰত দুয়ো হৰ্গুল আৰু ঠাকুৰক থিয় হৈ থকা দেখিলে । ক্ৰেইন ড্ৰাইভাৰৰ পত্নীয়ে মূৰৰ কাপোৰখন টানি লৈ আঁতৰি গ'ল ।

হৰ্গুলে কলে ঃ

—আহা আমি শামিয়ানাৰ তলত বহোগৈ······এতিয়া আৰু গণ্ডগোল নাই ।

—ভোজভাত আৰম্ভ হৈছে !

—এৰা এতিয়া ভোজভাত আৰম্ভ হৈছে ?

—মই নগলে কিবা ক্ষতি হব নেকি ?

ঠাকুৰে আৰ্তনাদ কৰি উঠিল ঃ

—এই 'জবৰদস্ত' পাৰ্টিটি আপোনাৰ আৰু মোৰ বাবেই দিয়া হৈছিল । তদুপৰি নিমন্ত্ৰিত আলহীসকল আছেই······মদ খাই গণ্ডগোল কৰা এই কাহিনী কোম্পানীৰ নতুন কাহিনীতো নহয় ?

নিৰ্মলাই হাঁহিলে । এই অন্ধকাৰৰ মাজতো তাইৰ দুপাৰী উজ্জ্বল দাঁত মুক্তাৰ মালাৰ দৰে তিৰবিৰাই উঠিল । ······'শামিয়ানাৰ' পিনে তিনিও আগুৱাই গ'ল ।

## এঘাৰ

আগষ্টৰ শেষ সপ্তাহ।

দুই এজাক বৰষুণ পাৰ হৈ গৈছে যদিও এই বৰষুণৰ ফলত হোৱা প্ৰচণ্ড উত্তাপে চাৰিওফালে দেই পুৰি পেলাব আৰম্ভ কৰিছে। শুকান বাকৰিবোৰে খা খা ৰূপ ধাৰণ কৰিছে। ক'ৰপৰা জানো এজাক শগুণ আহি অহিৰণৰ পাৰৰ সৰৈ গছ এজোপাত বাহ ললেহি। এটা বুঢ়া শগুণে আজিজ মিঞাৰ চালিৰ ওপৰত পৰি সেইদিনা বমি কৰি দিলে।

চাইটৰ চাৰিওফালে এতিয়া খাটিয়াবোৰ সিঁচৰতি হৈ পৰি থাকে। ৰাতি কোঠাৰ ভিতৰত শোৱা এতিয়া আৰু অসম্ভৱ কথা।

আগষ্টৰ শেষ সপ্তাহত এদিন আকৌ এজাক বৰষুণ আহিল। বৰষুণ জাক দোভাগ ৰাতি আহিছিল। বৰষুণ অহাৰ আগেয়ে আকাশ সম্পূৰ্ণ ভাৱে গোমা হৈ আছিল। গতিকে সকলোৱে অনেক আগৰে পৰা খাটিয়া ইত্যাদি ভিতৰত সুমুৱাই থৈ একপ্ৰকাৰ সাজু হৈ আছিল।

আজিজ মিঞাৰ চিনেমা চোৱাৰো চখ্ আছিল। 'কলিয়াৰী' নাইবা ডৰিৰপৰা চাইকেল ঠেলি ঠেলি অহাৰ সময়ত যদি ক'ৰবাৰ পিনে যোৱা ডাম্পাৰ নাইবা ট্ৰাক দেখা পায় তেতিয়াহলে হাত দাঙি ৰখাবলৈ কেতিয়াও সি নেপাহৰে যাতে ক'ৰবাৰপৰা সি চিনেমা চাই আহিব পাৰে।

দেশ বিভাজনৰ সময়ত কেনেদৰে লাহোৰৰ 'শোৰে' ষ্টুডিঅ'ত জুই জ্বলোৱা হৈছিল, 'লীলা মন্দিৰ ষ্টুডিঅ'ৰ হিন্দু মালিকে কেনেদৰে প্ৰাণৰ ভয়ত হিন্দুস্থানলৈ পলাই যাব লগীয়া হৈছিল, কৰাচীত জুবিলী চিনেমাঘৰ খোলোতে হিন্দুস্থানী চিনেমা "ৰামিক আজৰা" চাবলৈ কেনেদৰে বলিয়া মানুহৰ দৰে মিঞাই ৰাৱালপিণ্ডিৰপৰা কৰাচীলৈ আহিছিল······

আৰু সেইবোৰ মুখ

আজমালৰ মুখ······ইছমাইলৰ মুখ, আখতাৰীৰ মুখ,, হিন্দুস্থানৰপৰা



পাকিস্তানলৈ ভাগি যোৱা হুছেইন ৰিজভীৰ মুখ, নাজিৰ আজমিৰিৰ মুখ, শ্বামিম বানুৰ মুখ······? শিলত অঙ্কিত ৰেখাৰদৰে এইবোৰ মুখে এতিয়াও আজিজ মিঞাৰ স্মৃতিৰ পট উখল-মাখল কৰি তুলে। হৰ্গুল চাহাবে অনেকবাৰ এইবোৰ কাহিনী আজিজ মিঞাৰ মুখত শুনিছে।

আগষ্ট মাহৰ শেষ সপ্তাহৰ প্ৰথম দিনা অহা এই দবাপিটা বৰষুণজাকৰ কিছু সময় আগেয়ে আজিজ মিঞাই ক'ৰবাৰপৰা চিনেমা চাই আহি চালিৰ ওচৰৰ 'চোৰোকানিত' খাটিয়াখন টানি আনি শুই আছিল। চাইকেলৰ পিচফালে বোজা কৰি অনা কাপোৰৰ টোপোলাটো চালিৰ ভিতৰত সুমুৱাই থোৱাৰ জোখেৰে শৰীৰৰ অৱস্থা বোধহয় আজিজ মিঞাৰ নাছিল। খাটিয়াৰ অলপ আঁতৰত কাপোৰৰ টোপোলাটো আৰু চাইকেলখন লাংখাই পৰি আছিল। পানীৰ টোপাল গাত পৰাৰ সময়ত বোধহয় আজিজ মিঞা সাৰ পাইছিল, ...উঠিগৈ চাইটৰ কাৰোবাৰ দুৱাৰো হয়তো খুন্দিয়াইছিল। কিন্তু সেই দবাপিটা বৰষুণ আৰু—বতাহ······কোনে শুনিব আজিজ মিঞাৰ কণ্ঠ? ৰাতি নৌ পুৱাওঁতেই চাইটৰ মানুহৰ হাই-উৰুমি লাগি পৰিল······বোকাৰে লেটি-পেটি গামবুটেৰে সৈতে ফিটাৰ এটাই আহি হৰ্গুলৰ দুৱাৰ ঢকিয়াব ধৰিলে।

—আজিজ মিঞাৰ অৱস্থা বেয়া···।

হৰ্গুলে ফিটাৰৰ লগত মিঞাৰ ওচৰলৈ গ'ল! সৰৈৰ তলত খাটিয়াৰ ওপৰত আজিজ মিঞা তিতিবুৰি পৰি আছে। ফটা কাপোৰৰ মাজত লিপিত খাই থকা এই অস্থিপুঞ্জ সদৃশ দেহে সোঁৰৱাই দিছে—আৰু বেছি সময় নাই।

চাৰিওফালে বেৰি ধৰা 'চাইটৰ' মানুহৰ মুখলৈ চাই কোনোবা এটাই আৰ্তনাদ কৰি উঠিল:

—তহঁতে কি চাই আছা—মিঞাৰ কানি কাপোৰ সলাই দে!

······এটা সময়ত কোম্পানীৰ জীপ আহিল। ধৰা মেলা কৰি আজিজ মিঞাক জীপত তুলি দিয়া হ'ল। লগত ফিটাৰ উঠিল, একাউন্টেন্ট দুৰ্য্যোধনো উঠিল—জীপ ষ্টাৰ্ট দিয়াৰ সময়ত আজিজ মিঞাই মূৰ তুলি চাই চকুৰ ইঙ্গিতেৰে হৰ্গুলক ওচৰলৈ মাতিলে।

হৰ্গুলে মিঞাৰ কথা কাণ পাতি শুনিলে—

—তোমাৰ হাতত মই কাগজ পত্ৰবোৰ দি থৈ যাব নোৱাৰিলো নহয় নে? মোৰ সহজে একো নহয় মই ভাল হৈ আহো মানে জোচেফ উভতি আহিব। ছদিনমান মই তোমাক পইচা জমা দিব আহিব পৰা নাছিলো। শুনা মকবৰাটিত তুমি তোমাৰ ইচ্ছামতে দুটামান সত্যবাণী লিখিবা।

মিঞাৰ চকু মুদ খাই আহিল। আকৌ মিঞা অচেতন হৈ পৰিল। গুলী খোৱা চৰাইৰ দৰে লেতু সেতু হৈ পৰিল মিঞাৰ দেহ···

আজিজ মিঞাক হস্পিতাললৈ নিয়াৰ দুদিন পাছত ডাম্পাৰ ড্ৰাইভাৰ জোচেফ আহি পালে। একেদিনাই সি ক'ববাৰ মিশ্যন হস্পিতাললৈ গৈ আজিজ মিঞাক চাই আহিল।

এসপ্তাহৰ পাছত পুলিচ এটাই চাইবেলত উঠি আহি কিছু সময় চাৰিওফালে ঘুৰ্মুটিয়াই ফুৰিল। কিছুমান মানুহৰ নামো সুধিলে। অ'ত ত'ত গৈ সি দুই এটা শ্ৰমিকক কিছুমান নাম সুধিলে···ফৰহাট ফাটমা··· মাগিছউদ্দিন ফাৰিদি···!

দ্বিতীয় দিনা সি চাৰি পাঁচটা পুলিচ লগত লৈ আহিল।

'চাইটৰ' অফিছলৈ গৈ সিহঁতে হৰ্গুলক এখন 'ওৱাৰ্যান্ট' দেখুৱালে।

এয়া প্ৰতিৰোধ কৰাৰ সময় নহয়। হৰ্গুলে সিহঁতক গেষ্ট হাউছ, 'বেচ্চলাৰ মেচ' কোম্পানীৰ হস্পিতালকে আদি কৰি ডেইলী পেইড ৱৰ্কাৰৰ চালিলৈকে, খানাতালাচ কৰিবলৈ অনুমতি দিলে।

চাইটত হৈ হাল্লা লাগি পৰিল। য'তেই এই পুলিচ কেইটাই খানাতালাচি আৰম্ভ কৰিলে ত'তেই পকা আমত ভেনামাখি পৰাৰ দৰে মানুহে ভেন্‌ভেনাৰ ধৰিলে। অনেক দূৰলৈকে সিহঁতৰ এই "হাট! হাট!" শব্দ শুনা গ'ল!

আজিজ মিঞাৰ চাটাইৰ চালিখন খানাতালাচ কৰাৰ সময়ত পুলিচৰ এই "হাট! হাট!" শব্দ অহিৰণৰ বাললৈকে শুনা গ'ল!

শগুণে মৰাশৰ ওপৰত উবুৰি হৈ পৰাৰ দৰে আজিজ মিঞাৰ লাংখা লিংখি বস্তুৰ ওপৰত এই পাঁচটা 'কনিষ্টবল' উবুৰি হৈ পৰিল। গুড়্‌গুড়ী, ভগা চাটাৰিং প্লেট, বিভিন্ন ধৰণৰ বিচিত্ৰ বটল, ফটা কমৰবন্দ, শুকান মহুৱাৰ



টোপোলা, সস্তীয়া চাবোন······কলিয়াৰী 'ভাৰত এলুমিনিয়ামৰ' বাবুহঁতৰ লেতেৰা কাপোৰৰ দম···আৰু শেষত এয়া···এইবোৰ কাগজপত্ৰ—

—হাট! হাট! হাট!!

হেঁচা মাৰি ধৰা মানুহজাকৰ মাজলৈ 'কনিষ্টবল' কেইটাই 'হান্টাৰ' এডাল মাৰি পঠিয়ালে। মানুহজাক দূৰলৈ ভাগি গ'ল। ···ৱাক চাইটৰ পৰা ভাঁহি অহা মেটৰ হুইছেলৰ শব্দ শুনা গ'ল।

'কনিষ্টবল' কেইটা উভতি যোৱাৰ সময়ত চাইটৰ মেনেজাৰে হৰ্গুলৰ সৈতে অনেক সময় কথা বতৰা পাতি গ'ল। সিহঁতক দুই এটা চহীও দিব লগীয়া হ'ল।

কোনে মাৰিলে আজিজ মিঞাৰ বুকুত এই কামোৰ?

— এৰা কোনে মাৰিলে?

—কাটিঘোৰা আৰু পালীৰপৰা ঘূৰি পকি অহা মেকানিক এটাই খবৰ দিলে এই সকলোবোৰ 'খবৰ' জোচেফ ড্ৰাইভাৰে দিলে—

— জোচেফ ড্ৰাইভাৰে?

···চাইটৰ 'ৱৰ্কচপত' জোচেফক লগ ধৰি হৰ্গুলে প্ৰশ্ন কৰিলে—

—তই মিঞাৰ কথা পুলিচক কিয় জনালি?

--নাই জনোৱা চাহাব!

—জনালি।

—হয় চাহাব পুলিচক ৰিপৰ্ট ময়ে দিছোঁ। মই নিদিয়াহেঁতেনো আন কোনোবাই এই ৰিপৰ্ট দিলেহেঁতেন!

—দিলেহেঁতেন সঁচা কথা কিন্তু তই কিয় দিলি?

নিৰুত্তৰ।

—তই অতি সোনকালেই মিঞাৰপৰা নিয়া টকা পইচাখিনি উভতাই দিবি যাতে তাৰ কিবা এটা হোৱাৰ আগতে সি মকবৰাটি সম্পূৰ্ণ হোৱা চাই যাব পাৰে!

— টকা পইচা?

আৰ্তনাদ কৰি উঠিল জোচেফে···

— নাই নিয়া চাহাব।

—নিছ।

—নাই, নাই নিয়া চাহাব।

হৰ্গুলে আগবাঢ়ি গৈ তাৰ হাত এখনত থাপ মাৰি ধৰিলে……

—চাহাব বেছি ৰাগ খং দেখুৱাই তো একো লাভ নাই—মিঞাৰপৰা মই নিয়া টকাৰ বিষয়ে কাগজ পত্ৰ ইত্যাদি কিবা আছে নেকি আপোনাৰ হাতত ?

বাঙ্ময় হৈ পৰিল হৰ্গুল। সঁচাকৈয়ে কাগজ পত্ৰ একো নাই। কোনো প্ৰমাণ নাই।

## বাৰ

তিনিটা মাহ পাৰ হৈ গ'ল। এয়া অক্টোবৰ মাহ। মৌৰ বাহৰ দৰে লগা সবৈৰ বীজবোৰ এতিয়া আৰু দেখা পোৱা নাযায়।

ৰাতিৰ 'কনক্রিটৰ' কাম আৰম্ভ হ'ল।…'চাইটৰ' ফ্লাড লাইটৰ পোহৰত আজিকালি গোটেই ৰাতি হৰ্গুলক বহি থকা দেখা যায়।…এইবোৰ সময়তে তৰুণ ইঞ্জিনীয়াৰ মহেশ ঠাকুৰ নিৰ্মলাৰ জীৱনৰ বহুখিনি ওচৰলৈ আগবাঢ়ি আহিল। বিয়াৰ পাছতো নিৰ্মলাৰ ভাৱ হ'ল কৰ'বাত যেন এটা বিৰাট শূন্য থাকি গ'ল…? এই শূন্য কি ?—কিবা সংজ্ঞা দিব পাৰে নে তাই ?…ঠিক এইখিনি সময়তে সাহিত্য প্ৰেমী তৰুণ ইঞ্জিনীয়াৰ বন্ধুটি নিৰ্মলাৰ তেনেই ওচৰ চাপি আহিল।…সাহিত্যৰ জগতত দুয়ো কিছুদিন মন্ত্ৰমুগ্ধ হৈ ঘূৰি ফুৰিলে।

…হৰ্গুলে ৰাতি ডিউটি দি থকাৰ সময়তে এদিন নিৰ্মলাই এই তৰুণ ইঞ্জিনীয়াৰটিৰ লগত গৈ চাৰপাবাৰ গাঁৱৰ ঘৰবোৰ গন্তি কৰি আহিল।

সৰ্ব্বমূঠ পোন্ধৰটা ঘৰ।

সৰু সুৰা খেতি আছে যদিও গাঁৱৰ উঠি অহা ডেকা লৰাহঁত পুৰা উঠি অহিৰণত মাছ মাৰিব যায়। এইবোৰ ল'ৰা অৰণ্যে ঝীল বস্তিৰ জালুৱৈহঁতৰ



দৰে নহয়। অক্টোবৰৰ পাছত বেৰেজৰ গেট খুলি দিয়াৰ লগে লগে ঝীল বস্তিৰ মাছুৱৈহঁতে সৰৈ কাঠৰ আগগুড়ি নোহোৱা আপচু নাওবোৰ লৈ পানীয়ে পানীয়ে পলাব ধৰে। এই ডেকাহঁতে সেই সময়ত বনমূৰ্গী ধৰি আই-টি অ'ৰ বজাৰত বিক্ৰি কৰে।

এটা বৃদ্ধৰ ওচৰত থিয় হৈ নিৰ্মলাই প্ৰশ্ন কৰিলে—এইবোৰ ল'ৰাই কেতিয়াবা স্কুললৈ গৈছিল নে ?

বৃদ্ধই কাণৰ ওচৰলৈ হাত নি কলে—নাই সিহঁতে কেতিয়াও স্কুলঘৰ দেখা নাই।

তুমি স্কুলঘৰ দেখিছানে ?

বুঢ়াই ঢেক্ ঢেক্াই হাঁহিব ধৰিলে। তাৰ গাৰ ছাল এনে ধৰণে কোচ খাই পৰিল যে এয়া যেন গাৰ ছাল নহয়—এয়া বোকা লাগি শুকাই যোৱা শোত-মোচ খোৱা এখন পুৰণি কাপোৰ। এটি এটি ভাৱৰ লগে লগে এই কাপোৰ আৰু বেছি শোত-মোচ খাই পৰে। দুয়োকে দেখি বুঢ়াৰ ওচৰত এটা দুটাকৈ আৰু কিছুমান মানুহ আহি থিয় হ'ল।

—শুনা মেম চাহিব—এবাৰ বিলাসপুৰ ষ্টেশ্যনৰ বৰা চাহাব এইপিনে কুকুৰনেচীয়া বাঘ চিকাৰ কৰিব আহিছিল। চাহাবৰ পিচে পিচে আমিও লাঠি জোংলৈ হাবিত সোমাইছিলো। উভতি অহাৰ সময়ত চাহাবে ক'লে সৌ নাদটো যে দেখিছা…সেই নাদটো খন্দাৰ জোখেৰে মোৰ হাতত পইচা দি থৈ গৈছিল। সকলোৱে নাদটোৰ ওচৰলৈ আগুৱাই গ'ল। মিঠা পানীৰ নাদ। ছেপ্তেম্বৰ আৰু অক্টোবৰ মাহত অহিৰণৰ পানী যেতিয়া লেতেৰা হৈ পৰে কোম্পানীৰ মানুহে এই নাদৰ পৰাই ব্ৰাম্সলৈ পানী নিয়ে।

—তোমালোকৰ ল'ৰা-ছোৱালীবোৰক কোম্পানীৰ স্কুলত যাব দিবা ?

—আমাৰ গৰুবোৰ কোনে চৰাব ?

—অহিৰণৰ বাকৰিত গৰু মেলি দি সিহঁতে একঘণ্টা স্কুলত বহিব পাৰিব।

বুঢ়াই হাতখন দাড়ি নিৰ্মলাৰ মুখলৈ চাই প্ৰশ্ন কৰিলে :

—কি শিকাবা তোমালোকে ?

—সিহঁতে প্ৰথমে নিজৰ নাম কেইটাকে লিখিব শিকিব।

—নিজৰ নাম ?

চাবিওফালে ফুচফুচ শব্দ হ'ল। গৰু চৰাই অহা গৰখীয়া এটাই হাতত লৈ থকা এচাবি এডালেৰে মাটিৰ ওপৰত নিজৰ নামটো লিখিবলৈ চেষ্টা কৰি দেখুৱালে। সকলোৱে গিৰ্জনী মাৰি হাঁহিলে। নিৰ্মলা আৰু মহেশ ঠাকুৰেও তাৰ ভঙ্গী দেখি নেহাঁহি থাকিব নোৱাৰিলে।

— এইবাৰ ছুটামানে ভিৰ ঠেলি আহি নিৰ্মলাক প্ৰশ্ন কৰিলে —

—স্কুললৈ গলে কোম্পানীৰ ঝুলনাত উঠিব দিব ?

— দিব।

—বৰদিনত কাপোৰ আৰু মিঠাই দিব ?

—দিব।

সকলোৱে আকৌ এবাৰ ঢেকুঢেকাই হাঁহিব ধৰিলে। সিহঁতৰ উপলুঙাক ভ্ৰূক্ষেপ নকৰি নিৰ্মলাই আকৌ প্ৰশ্ন কৰিলে :

-- এইখন গাঁৱত বেমাৰী মানুহ কিমান আছে ?

— শোৱাপাটী লোৱা মানুহ ?

—এৰা শোৱাপাটী লোৱা মানুহ।······ভিৰৰ মাজৰ পৰা এটাই আঙুলিয়াই দেখুৱালে—

—সৌটো মানুহ সৰৈৰ তলত পৰি আছে দেখা নাই ?

সকলোৱে মূৰ তুলি চালে। হয় মানুহ এটা পৰি আছে। শতচ্ছিন্ন কাপোৰৰ দমৰ মাজত তাৰ মূৰৰ এটা অংশ দেখা গৈছে। ওচৰত সিচৰতি হৈ পৰি আছে তাৰ ভাত বন্ধা সৰঞ্জাম।

— কি বেমাৰ ?

—গাঁৱবাসীয়ে নিজৰ নিজৰ ভাষাত কিবা কিবি কলে। ঠাকুৰ আৰু নিৰ্মলাই অৱশ্যে ঠিকেই বুজি পালে।

তাক হস্পিতাললৈ নিয়া হোৱা নাছিল ?

— ক'ৰবাৰ হস্পিতালৰপৰা খেদি পঠিওৱা বেমাৰী।

ঠাকুৰৰ মুখৰ পিনে চাই নিৰ্মলাই সুধিলে।

— তাক কোম্পানীৰ হস্পিতালত নিব পাৰিম নে ?



—ইউনিয়নক সুধিব লাগিব।

—সেইবোৰ সোধা মেলাত মই নাই। গেষ্ট হাউছৰ ওচৰত চালি এখন দি মই নিজে এই ব্যৱস্থা কৰিম !

—ভাল কথা।

—তেতিয়াহলে এইখন গাঁৱতেই মই কাম আৰম্ভ কৰিম।

—তোমাৰ কাৰণে অৱশ্যে এই সৰু গাঁৱখন বেয়া নহব। কিন্তু কথা আছে !

আকৌ বুঢ়াৰ মাত শুনা গ'ল,— কোম্পানীয়ে বিলোৱা কম্বলৰ ভাগ আমিও পাম নে ?

ঠাকুৰে ক'লে :

— চেষ্টা কৰি চোৱা যাব—সেইবোৰ কোম্পানীৰ শ্ৰমিকহঁতৰ বাবেহে অনা হয় ! নিৰ্মলাই কলে,

—গধূলি হৈ আহিছে ; আমি এতিয়া উভতি যোৱাই ভাল হব।

উভতি যোৱাৰ সময়ত সিহঁতক বেঢ়ি ধৰা মানুহজাকো কিছুদূৰলৈ পিচে পিচে আহি থাকিল। ···বৰ সেৰেঙা গাঁও। গাঁৱৰ গাভৰুজাকো বোধহয় বেলকোৰ ডেইলী পেইড ৱাৰ্কাৰ— আজৰি সময়ত সিহঁতে চাগৈ সৰৈৰ বীজৰ দিনত এই বীজ বুটলিব যায়।...ছুয়ো বাঁহৰ দলং এখনৰ ওচৰত থিয় হ'ল। নাৰিকলৰ ৰছীৰে বন্ধা বাঁহৰ দলং। 'চাইদত' দোলন নিদিবৰ বাবে ছুয়ো পিনে নাৰিকলৰ ৰচীৰ ব্ৰেচিং ( Bracing ) লগোৱা আছে। দলঙৰ কাষৰ পথালিকৈ পৰি থকা শিল এচটালৈ আঙুলিয়াই নিৰ্মলাই কলে :

—বহিবা নেকি ?

— ছুয়ো গৈ শিল ছুটাত বহি পৰিল।

—শুনা নিৰ্মলা, আমি ছুয়ো আপুনিৰ পৰা তুমি সম্বোধন কৰিছোঁ···বন্ধু হিচাপে কৈছোঁ শুনা······তুমি গাঁৱখনৰ যদি সঁচাকৈয়ে কিবা কৰিব খুজিছা—তাৰ বাবে তোমাৰ ত্যাগ লাগিব।... কিন্তু তুমি বৰ বেয়াকৈ সংসাৰৰ মাজত সোমাই থকা নাই নে ?

কিছু সময় নিশ্চুপ হৈ থাকি নিৰ্মলাই কলে :

—শুনা ঠাকুৰ প্ৰেম অবিহনে মোৰ বাবে জীয়াই থকা তত্ত্বৰ ক

আৰু মোৰ এই প্ৰেম দেহ সৰ্ব্বস্বও নহয়...

—সেই কথা জানো...কিন্তু এই সংসাৰ ?

—এবা বৰ বেয়াকৈ বান্ধ খাই আছোঁ এই সংসাৰত !...তোমাৰ আগত প্ৰকাশ কৰিব একো লজ্জা নাই...হৰ্শুলৰ ওচৰলৈ অহাৰ পাছত প্ৰত্যেক দিনাই মই অন্তঃসত্বা হোৱালৈ বাট চাই আছোঁ...কিন্তু ভাৰ হয়...

—কি ভাৰ হয় ?

—সেইবোৰ ভাৱৰ কথা আজি থাওক।

...ঠাকুৰে এটি চিগাৰেট জ্বলাই ললে। নিৰ্মলাই পোন হৈ বহি কলে ঃ

—শুনা তোমাক এটা কথা সুধিম বুলি ভাবি আছোঁ—এয়া হৰ্শুলে নাইট ডিউটি দিয়াৰ দিন ধৰি তুমি মোৰ লগত আছা...সেই ব্যাচেলাৰ ইঞ্জিনীয়াৰবোৰে তোমাক ঠাট্টা বিদ্ৰূপ কৰা নাই নে ?

—সঁচা কথা কবলৈ গলে 'ব্যাচেলাৰ'ইঁতক মই লগেই পোৱা নাই, মোৰ বাহিৰে সকলোৰে 'নাইট ডিউটি' আৰম্ভ হৈছে—অৱশ্যে এদিন ধৰ্ম দীক্ষিত বোলা ইঞ্জিনীয়াৰটিক লগ পাইছিলোঁ।

—সি কিবা কৈছিল নেকি ?

—এবা সেই তপা মুখৰ কুৎসিত চেহেৰাৰ ইঞ্জিনীয়াৰটিয়ে কৈছিল—আজিকালি তোমাৰ দিনবোৰ বৰ ভালদৰেই পাৰ হৈছে নহয়নে ?

...দুয়ো থিয় হ'ল। ওথ চাপৰ বাকৰি পাৰ হৈ দুয়ো গেষ্ট হাউছ অভিমুখে খোজ পেলালে। গেষ্ট হাউছৰ ওচৰ পোৱালৈকে দুয়ো নীৰৱ হৈয়ে আহিল। 'বটম স্লাবৰ' 'কন্‌ক্ৰিট'ৰ হৈ-হাল্লা দুয়োৰো কাণত স্পষ্ট হৈ আহিল।



## তেৰ

নবেম্বৰ মাহৰ শেষ সপ্তাহ।

...হঠাৎ এদিন মাজ ৰাতি পুলিচৰ জীপ আহি 'গেষ্ট হাউছৰ' দুৱাৰ মুখত থিয় হ'ল।

দুৱাৰ খুলি সন্মুখত পুলিচ দেখি হৰ্শুল কিছু বিব্ৰত হৈ পৰিল।

এটা কনিষ্টবলে আগবাঢ়ি আহি কলে ঃ

—আজিজ মিঞাৰ অৱস্থা বৰ বেয়া ; এবাৰ সি আপোনাক দেখা কৰাৰ ইচ্ছা প্ৰকাশ কৰিছে। আপুনি দয়া কৰি...

শুনক আপোনাৰ জীপ নিয়াৰ প্ৰয়োজন নাই... এই গাড়ীতে...

—তেতিয়াহলে এতিয়াই যাব লাগিব ?

—হয় এই মুহূৰ্ততে !

ৰাষ্টাৰ সংক্ষিপ্ত পথ বৰযুণৰ পাছত এতিয়া বন্ধ হৈ গৈছে। পুলিচৰ এই জীপে ডবিহৈ "বালকোৱে" যাওঁতে প্ৰায় দুঘণ্টা সময় লগালে—

...হস্পিতালৰ বিছনাত পৰি থকাৰ সময়তো দুটা কনিষ্টবলে আজিজ মিঞাক পহৰা দি আছিল। ওচৰত থিয় হৈ হৰ্শুলৰ ভাৱ হ'ল বেছি সময় নাই—মিঞাৰ বাবে এতিয়া আৰু—মাত্ৰ এক মুহূৰ্ত সময় বাকী আছে।

...মিঞাৰ মূৰত হাত থৈ হৰ্শুলে প্ৰশ্ন কৰিলে—

—কিবা কবা মিঞা ?

—সময় হৈ আহিল নহয় নে চাহাব ?

হাত এখন দাড়ি মিঞাই ওপৰলৈ আঙুলি টোৱাই কলে :

—সৌৱা চোৱা, তেওঁৰ আৰু মোৰ মাজত এতিয়াতো আৰু কোনো দালালৰ প্ৰয়োজন নাই ?

—মই একো বুজা নাই মিঞা ! তুমি মাতিছিলা !

...নাই মিঞাই শুনা নাই।

—তুমি মোক মাতিছিলা ?

…মিঞাই উঠিবলৈ চেষ্টা কৰিলে। হৰ্শুলে কান্ধত ধৰি বহুৱাই দি কলে :

—তুমি মোক মাতিছিলা ?

—মাতিছিলোঁ !

—কিয় ?

—যিবোৰক লগ পালো সকলোকে নাৰিকলৰ শুকান কোৰোকাৰ দৰে ভাৱ হ'ল…এতিয়া যাবৰ সময় হ'ল আৰু এই সময়ত মই তোমাক লগ পাইছোঁ।

—কোৱা কি কব খুজিছিলা ?

—শুনা চাহাব—মই আশা একেবাৰে এৰি দিয়া নাই। মই বাচিব ও পাৰোঁ।

—চিন্তা নকৰিবা মিঞা, বাচিবা।

—জোচেফে তোমাক টকাখিনি দিলে নে ?

হৰ্শুলে মিঞাৰ মুখলৈ মূৰ তুলি চালে।

—চাহাব টকাখিনি সি দিলে নে তোমাক ?

—তুমি লিখা পঢ়া কৰি দিছিলা ?

—নাই দিয়া !

—শুনা এই বিষয়ে তুমি চিন্তা নকৰিবা তোমাৰ 'মকবৰা' হব আৰু তুমি পাকিস্তানলৈ নিশ্চিন্ত মনে উভতি যাব পাৰিবা !…শুনিছা মিঞা…

মিঞাৰ বিক্ষিপ্ত কণ্ঠস্বৰ শুনা গ'ল।

—পাপবোধ হোৱা নাই চাহাব, এতিয়াও সেই পাপবোধ হোৱা নাই!…

হৰ্শুলৰ দুয়ো নয়ন ভৰি আহিল। এই ঘটনাটি এই মুহূৰ্তত অত্যন্ত নাটকীয় যেন ভাৱ হ'ল। হস্পিতালৰ চিৰি পাৰ হৈ অহাৰ লগে লগে কনিষ্টবলৰ দল এটিয়ে হৰ্শুলক বেঢ়ি ধৰিলে। অনেক প্ৰশ্ন…সকলোবোৰ প্ৰশ্ন এই মুহূৰ্তত নাৰিকলৰ ফোপোলা খোলাৰ দৰে ভাৱ হ'ল হৰ্শুলৰ।



## চৈধ্য

ৰবিবাৰ।

অভাৰ টাইম কৰিব নালাগে বুলি হেড অফিচৰপৰা চাৰ্কুলাৰ আহিছল শনিবাৰে। তেতিয়াই চাৰ্কুলাৰ বিলি কৰা হৈ গৈছিল। 'সৰৈ'ৰ তলত এতিয়াও ইউনিয়নৰ মিটিং বহা নাই। সিহঁতে বিচাৰ বিমৰ্ষ কৰি অফিচৰ ৰাবাণ্ডাত গাপ মাৰি বহি আছিল। 'ব্লাক চাইট' আজি মৰিশালিৰ দৰে পৰি আছে।

…ব্যাচ্‌চেলাৰৰ দলটিয়ে টেবুল এখনৰ চাৰিওফালে চক্ৰাকাৰহৈ বহি পুৱাৰ পৰাই আড্ডা মাৰিব আৰম্ভ কৰি দিলে। ৰান্ধনীৰ হেল্‌পাৰটিয়ে দুটা "বীয়েৰৰ" বটল আনি টেবুলৰ ওপৰত থলে।

সেয়া আৰম্ভহে আছিল। লাহে লাহে দলত ক'ৰবাৰ ডেকা ঠিকাদাৰ, মটৰ চাইকেলেৰে কাম চাব অহা ওভাৰচিয়াৰহঁতেও এটা দুটাকৈ আহি গোট খালে। যি কেইটা ইঞ্জিনীয়াৰে মদ ভাং নাখায় সেইকেইটাই ক'ৰবাত চিনেমা চাবলৈ যাব সাজু হৈছিল। কোম্পানীৰ জীপ, পি. ডব্লিউ. ডি'ৰ আলিত থিয় হৈ আছিল।

ইতিমধ্যে আড্ডা ভালদৰেই জমি উঠিছিল। মহেশ ঠাকুৰে কিতাপৰ পৰা মূৰ দাঙি কিছু সময় অন্যমনস্কভাৱে ইফালে সিফালে ঘূৰি ফুৰিলে। অহিৰণৰ পাৰৰ শিল এছটাত বহি প্ৰিয় কবি ওলঝাস সুলেমেনভৰ সৰু কবিতাৰ পুথি এখন শেষ কৰাৰ কথাও ভাবিলে।

…কিতাপ-পত্ৰ লৈ অহিৰণৰ বালিত খোজ দিয়াৰ লগে লগে 'ব্যাচেলাৰ' কোৱাৰ্টাৰৰপৰা ধৰ্ম দীক্ষিতক' লৰি অহা দেখা গ'ল। মহেশে উভতি চালে। এবা তেওঁৰ পিনে লক্ষ্য কৰিয়েই তেওঁ আগবাঢ়ি আহিছে।

—আজি ছুটীৰ দিনাও কাগজ-পত্ৰ লৈ বহিবা নেকি ? লোৱা এইখন নিমন্ত্ৰণী চিঠি।

—কাৰ নিমন্ত্ৰণ ?

—চাটাৰিং প্লেটৰ ঠিকা লোৱা ঠিকাদাৰটিৰ কাম হ'ল । সিয়েই দিছে এই পাৰ্টি । ৰাফটাৰে (হসদেওৰ এক ক্ষীণাঙ্গী স্মৃতিৰে বৰ্তমান য'ত ফেৰী চলাচল আৰম্ভ হৈছে) তাৰ ছুটামান মানুহে মাল লৈ অহাৰ কথা আছে ।

—আপুনি সিহঁতক চাবলৈ যায় তেতিয়াহলে ?

—সৌখন ট্ৰাক দেখিছা নহয় । সৌখনতে বেচাৰাই মূৰ্গী আৰু আন আন সৰঞ্জাম আনি 'লঙ্গৰৰ' ওচৰত থিয় হৈ আছে । এতিয়া সেই মানুহকেইটাৰ বাবে বৈ থাকিবলগীয়া হৈছে !

—তেতিয়াহলে আপুনি সিহঁতক আগবঢ়াই আনিব যায় । কিন্তু 'ফেৰী' বন্ধ হৈ আছে । কব নোৱাৰে আপুনি ।—সেইবোৰে খবৰ লৈ আহোগৈ··· তুমি যোৱা আজি মানুহজনীৰ লগত চাবপাৰা, ৰক্সিপাৰা কৰাৰ···পিচৰ কথাখিনি চকুৰ এটা ইঙ্গিতেৰে চমুৱাই থলে ।

ঠাকুৰৰ মুখেৰেও এটা লেতেৰা গালি ৰাহিৰ হৈ আহিছিল । কিন্তু নিজকে সংযত কৰি লৈ কলে ঃ

—মই আহো আপুনি চাই আহক গৈ নহলে পলম হৈ যাব ।

···অহিৰণৰ বালিৰ ওপৰত পুৱাৰ সোণালী ৰ'দ সিচৰিত হৈ পৰিছে । বিন্ধ্যাৰপৰা অহা এজাক বনৰীয়া হাঁহে অহিৰণৰ কেকুৰি এটিৰ ওচৰত কলৰৱ কৰি থকা শুনা গৈছে ।··· মাছুৰৈহঁতে দুমাহ আগতেই এৰি থৈ যোৱা নাৱবোৰ উবুৰি হৈ পৰি আছে—যেন একোটা ৰগিয়া কাছৰ খোলা । গাত শুভ্ৰ চৰিদাৰ আৰু কামিজ, মূৰত একমূৰ চেপ্পোৰে ধুই অহা চুলিৰে সৈতে বৰ পাতল পাতল লাগিল ঠাকুৰৰ দেহ ।···এতিয়াই গৈ ব্যাচ্‌চেলাৰৰ মেচৰ আড্ডাত বহিবলৈ ইচ্ছা নহল । তাতোকৈ নদীৰ পাৰত বহি আজি ওলৰাস্ স্লমেনভৰ এই কিতাপখন শেষ কৰিব পৰা গ'লহেঁতেন ।···বালিত এনেদৰে থিয় হৈ থাকোঁতে ঠাকুৰৰ ভাৱ হ'ল– নিৰ্মলাক এনেদৰে পোৱা কোম্পানীৰ—জীৱনত এটা বৰ অনাহূত কথা হৈ পৰিছে ।

এগৰাকী তিৰোতাৰ লগত আকস্মিকভাৱে এনেদৰে অন্তৰঙ্গ হৈ পৰা



ঠাকুৰৰ জীৱনত এক অভিনৱ কথা । ভাৱ হ'ল বহুদিনৰ পৰা ঠিক এনে ধৰণৰ এগৰাকী তিৰোতাৰ অন্বেষণত কব নোৱাৰাকৈয়ে যেন মন ব্যগ্ৰ হৈ আছিল । কোনো দিনে কোনো তিৰোতাৰ সংস্পৰ্শ নোপোৱা সংবেদনশীল ঠাকুৰৰ মন কিছুদিনৰ পৰা নানা ভাৱেৰে বিক্ষিপ্ত হৈ উঠিছে । আজি ৰবিবাৰ । আজি নিৰ্মলাক লগ পোৱা সম্ভৱ নহব । হৰ্শুলৰ লগত তাই হয়তো বেলেকো নাইবা কোৰাবালৈ যাব ।···বালিৰ ওচৰৰ শিলছটালৈ আগবাঢ়ি যোৱাৰ সময়ত পি. ডব্লিউ. ডি'ৰ আলিৰ ওপৰেৰে হেফাই ফোপাই অহা দুটা মানুহ দেখা গ'ল । সিহঁতৰ কাপোৰ কানি তিতা, কাষলতিৰ তলত বেগ । ঠাকুৰৰ বুজিবলৈ বাকী নেথাকিল দুয়ো ঠিকাদাৰৰ মানুহ ।—ৰাফটা আৰু ফেৰী নাই কাৰণে দুয়ো বোধহয় এককাল পানী পাৰ হৈ আহিছে । * * *

···ঠাকুৰ গৈ যেতিয়া 'ব্যাচচেলাৰ মেচত উপস্থিত হ'ল টেবুলৰ ওপৰত থকা নতুন বটল এটাৰ এক তৃতীয়াংশ বাকী আছিল । পি. ডব্লিউ. ডিৰ এচ. ডি. অ' এটি ইতিমধ্যে কাঠৰ বেঞ্চি এখনত লাংখাই পৰি আছিল । বাকীবোৰৰো মনৰ অৱস্থা বৰ ঠিক নাছিল ।

ধৰ্ম দীক্ষিতে ঠাকুৰক স্বাগতম জনাই কলে ঃ

—বৰ পলম কৰিলা দেখোন হে ।

—কিতাপ এখন শেষ কৰিবলগীয়া হ'ল—ক'ৰবাৰ লাইব্ৰেৰীৰপৰা অনা অনেক দিন হ'ল ।

আজিকালিতো তোমাৰ আমাৰ লগত বহি এখন্তেক কথাবতৰা পতাৰো সুযোগ নঘটে নহয় নে ? মনত পৰে নে ছাবেংখাৰা ব্ৰাঞ্চত আমি দুয়ো 'ব্যাচচেলাৰ' মেচৰ একেটা কোঠাতে আছিলোঁ !

—হয় মনত আছে ।

—তেতিয়া তুমি তেনেই সৰু ল'ৰা আছিলা– তেইশ বছৰ বয়সতে ইঞ্জিনীয়াৰিং পাচ কৰি আহি কোম্পানী নামৰ এইখন জেলত সোমাইছিলা নহয় নে ?

—আপোনাৰ চব কথা মনত আছে ।

—পাঁচটা বছৰ পাৰ হ'ল নহয় নে ?

—চাটাৰিং প্লেটৰ কাম শেষ হোৱা ঠিকাদাৰটিয়ে ঠাকুৰৰ বাবে গিলাচ এটা সজোৱাত ব্যস্ত হৈ পৰিল। হাত এখন ডাঙি ঠাকুৰে চিঞৰি উঠিল ঃ

—তেনেকৈ সজাব নালাগে ঠিকাদাৰ চাহাব—মই এনেয়ে আহিছোঁ।

ধৰ্ম দীক্ষিতে ঢেক্‌ঢেকাই হাঁহি কলে ঃ

—তুমি এতিয়াও তেতিয়াহলে কবিতা চবিতা লৈ বহি আছা—এইবোৰ বদ অভ্যাস তেতিয়াহলে এতিয়াও হোৱা নাই। মনত আছে নে চাবেংখাৰাত তোমাৰ এখন কবিতাৰ বহী আছিল।

—এতিয়াও আছে।

চক্ৰাকাৰ হৈ বহি থকা ফ'ৰমেন, ওভাৰচিয়াৰ, চুৰাকাছাৰ কলিয়াৰীৰ আৰু বাকীমোৰা কলিয়াৰীৰ বাবু কেইটাই ঢেক্‌ঢেকাই হাঁহিব ধৰিলে।

—কেনে ধৰণৰ কবিতা লিখে এই 'বাচ্চা চাহাবে'!

—চুপ থাক! কবিতা-চবিতাৰ কথা ইয়াত নকৰি, কোমল বয়সীয়া সাপৰ খং-ৰাগ বেছি।

ধৰ্মদীক্ষিতে ভিতৰলৈ জুমি চাই চিঞৰিলে, মনচা, ঐ মনচা আন এক প্লেট। গৰম কৰি আন।···অ' আনিলিয়েই দেখোন ··।

মনচাই ভজা মূৰ্গীৰ প্লেটখন সকলোৰে আগত থলে।

—হেৰৌ চাৰপাৰাৰ ল'ৰা, কোনে শিকালে অ' তোক এনেদৰে ৰন্ধা-বঢ়া কৰিব?

—হৰ্শ্বল চাহাবৰ মেম চাহাবে।

হৰ-হৰ-হৰ যেন সন্মুখৰ চাটাইৰ বেৰ এখনহে মৰ্‌মৰাই ভাঙি থাকিল। চক্ৰাকাৰে বহি থকা এই মানুহজাকৰ গিৰ্জনী মৰা হাঁহিত বেন্সিৰ ওপৰত লাংখাই পৰি থকা মানুহটোৰেও উঠিবলৈ চেষ্টা কৰিলে।

—এই সাধাৰণ কথাটিত এনেকৈ হাঁহিবলগীয়া কি কথা হ'ল দীক্ষিত বাবু।

—একো হোৱা নাই। তুমি কবি মানুহ, তোমাৰ সন্মুখত এই জগতখন বৰ পৰিস্কাৰ—বৰ "মোলায়েম"। নিয়া এই টুকুৰ মুখত লোৱা···

—কিন্তু এই সাধাৰণ কথাটিত এনেদৰে হাঁহিবলগীয়া কি হ'ল!

—হাঁহিবলগীয়া এই কাৰণেই হ'ল যে অলপ আগেয়ে আমি সেই গৰাকী মানুহৰ কথা পাতি আছিলোঁ।

—এগৰাকী ভদ্ৰমহিলাৰ কথা এইখন টেবুললৈ কিয় আনিবলগীয়া হ'ল দীক্ষিত বাবু?

—এনেয়ে অনা হ'ল। কোম্পানীৰ এই কাৰাগাৰত মুখৰোচক বিষয় এটিৰ সোৱাদৰ কথা তোমাৰ দৰে কৰি এগৰাকীক সোঁৱৰাই দিব লাগিব নে?

—চুপ থাকক দীক্ষিত বাবু।

কলিয়াৰীৰ বাবু কেইটাই চিঞৰি উঠিল।

—কব দিয়া কব দিয়া দীক্ষিত বাবুক।

প্লেটৰ পৰা মাংস এটুকুৰ তুলি লৈ চোবাই চোবাই দীক্ষিতে এটি কুৎসিত ভঙ্গীৰে কব আৰম্ভ কৰিলে ঃ

—শ্ৰীমতী পাণ্ডে; অ'—নহয়, নহয়। আজিকালি শ্ৰীমতী হৰ্শ্বলহে! ···হেৰা তৰুণ ইঞ্জিনীয়াৰ এজোৰ শহাপহুৰ দৰে বুকু আৰু গাখীৰৰ ফেনৰ দৰে ৰং দেখি ভোল গৈছা নেকি হে? পাব্লিক ৰাস্তাত ছাত্ৰ প্ৰেমিক এটিয়ে তাইক ধৰ্ষণ কৰাৰ কাহিনী সকলোৱে জানে···!

—চুপ থাকা দীক্ষিত চাহাব!

—বেমাৰী পাণ্ডে কি কাৰণে তাইক বিয়া কৰাবলগীয়া হ'ল।···সকলোৱে জানে···।

···এইবাৰ চুৰাকাছাৰ আৰু বাকীমোৰা কলিয়াৰীৰ বাবু দুটাই আৰ্তনাদ কৰি উঠিল ঃ

—এনেকুৱা তিৰোতা আৰু খীৰতী গাই···

মহেশ ঠাকুৰে চোচাঁমাৰি গৈ কলিয়াৰীৰ বাবুটোৰ কামিজৰ বুকুত খামোচ মাৰি ধৰিলে···

···বাকীমোৰা চুৰাকাছাৰ কলিয়াৰীৰ আনবোৰ বাবুৱে ভাবিছিল—লাগক, এখন কুৰুক্ষেত্ৰ লাগি পৰক; কিন্তু হঠাৎ কোঠাটোৰ ভিতৰত হৰ্শ্বল সোমাই আহিল।

সন্মুখত ভূত দেখাৰ দৰে সকলোৱে উচপ খাই উঠিল।

—কি হ'ল?···আকৌ মদ ভাং খাই উৎপাত আৰম্ভ হৈছে নহয় নে?···

—মই চিন্তা কৰি দেখিছোঁ এইবোৰ বন্ধ কৰি দিয়াহে ভাল হব।

—কি বন্ধ কৰিব ?

—কোম্পানীত এই মদ ভাং খোৱা কথা···?

নিশ্চুপ হৈ পৰিল সকলো—

—নহলে তোমালোকে এটিয়ে আনটিৰ মূৰ ভাঙিবা···কেতিয়াবা প্ৰাণৰো সংশয় হব।

···কথাখিনি কৈ হৰ্শুলে গোঁ গোঁৱাই বাহিৰলৈ ওলাই আহিল।

—কোনে খবৰ দিলে চাহাবক ?

—কোনে দিব—মনচাই খবৰ দিলে চাগৈ।

ধৰ্মদীক্ষিতৰ বৰ্কশ আৰ্তনাদ শুনা গ'ল,

—মাত, মনচাক মাত।

···চাটাবিং প্লেট এদ'মৰ ওচৰত এটি 'ৱাট্‌চ্‌মেনে' লাঠী এডাল লৈ পহৰা দি আছে। নদীৰ পাৰত পাম্প ড্ৰাইভাৰটোৱে টুপী এটা পিন্ধি—পাম্প চলাই আছিল। চাৰি পাঁচটামান কুলীয়ে কন্‌ক্ৰিট হৈ যোৱা স্পানৰ ওপৰত পাইপেৰে পানী ঢালি আছে। এই কুলীবোৰ 'পিচৰাৰ্কাৰৰ' মানুহ।

এই শান্ত পৰিবেশে হৰ্শুলৰ মনলৈ অৱশ্যে শান্তি আনিব নোৱাৰিলে। সকৰে পৰা যি এক নিঃসঙ্গতাই অহৰহ তেওঁৰ লগত ছাঁ হৈ ঘূৰি ফুৰিছিল, নিৰ্মলা তেওঁৰ লগত থাকিব অহাৰ এই তিনি মাহৰ পাছত আজি আকৌ তেওঁক সেই একেই নিঃসঙ্গতাই স্পৰ্শ কৰিছে।

সংসাৰ হব নে তেওঁৰ ?

তিনি মাহ পাৰ হ'ল অথচ আজিও নিৰ্মলা গৰ্ভৱতী হোৱা নাই। তাইৰ বয়স হৈ আহিছে—আৰু হৰ্শুলৰ আগত বিশেষ একো প্ৰকাশ নকৰিলেও তাইৰ মনৰ আড়ষ্টতাৰ কথা হৰ্শুলে নজনা নহয়।

···স্পানৰ ওচৰত থিয় হোৱাৰ লগে লগে পানী দি থকা কুলী কেইটাই মূৰ দোৱাই হৰ্শুলক অভিবাদন কৰিলে।···আগুৱাই গ'ল হৰ্শুল।···আজি মিঞাই এসময়ত কাপোৰ ধোৱা শিল কেইচটাৰ ওচৰলৈ গৈ আকৌ এবাৰ



অন্যমনস্ক হৈ উঠিল।

মিঞা এতিয়াও মৰা নাই। মৃত্যুৰ লগত যুদ্ধ কৰি এতিয়াও মিঞা জীয়াই আছে!···কিন্তু কিমান দিন আৰু?···মিঞাক পহৰা দি থকা 'কনিষ্টবল' কেইটাৰ চেহেৰাও মনত পৰিল হৰ্শুলৰ। এই মুহূৰ্তত সিহঁতক মৰাশ' খোৱা শগুণৰ দৰে ভাৱ হ'ল। এনেকুৱা ভাৱ হোৱা উচিত নাছিল—অথচ এনেকুৱা এটা ভাৱ হ'ল হৰ্শুলৰ। এই ভাৱ মনলৈ অহা বাবে নিজৰ ওচৰত নিজকে হৰ্শুলৰ কিছু অপৰিচিত যেন লাগিল।

## পোন্ধৰ

নিৰ্মলাই কিছুদিন অকলশৰেই ঘূৰা-ফিৰা কৰি থাকিল। 'ব্লাক চাইটৰ' বাতাৱৰণ আৰু ভাল লগা নাই। কিছুদিন ধৰি তাই এঠাইত জুপুকা মাৰি বহি থাকিব ভাল পোৱা হৈছে। আজিকালি একধৰণৰ নৈৰাশ্যই অহৰহ তাইক অনুসৰণ কৰিব আৰম্ভ কৰিছে। বৰ আগ্ৰহেৰে গেষ্ট হাউছৰ একোণত সাজি উলিয়াব খোজা চালিখনৰ কথা আৰু সেই বেমাৰীটো আনি চিকিৎসা কৰাৰ উৎসাহো নিৰাশাত পৰিণত হোৱাৰ দৰে হৈছে। এদিন মনচাই কৈছিল—আপুনি জীপ শিকিব যোৱা ঝীল-বস্তিৰ মাছুৱৈহঁতৰ জুপুৰিবোৰ 'হসদেওৰ' বুকুত জাহ গৈছে। বেৰেজৰ প্ৰথমখন গেট খোলাৰ সময়ত সিহঁতে সবৈৰ নাও লৈ পলাই গৈছিল নহয়!

—কি হ'ল পিচে ?

—এতিয়া সিহঁত উভতি আহিছে। এতিয়া সিহঁতে সবৈৰ তলত আৰু বনৰীয়া জোপোহাৰ তলত আশ্ৰয় লৈছে···সবৈৰ পাতেৰে সিহঁতে গা ঢাকে সবৈৰ পাতেৰে সিহঁতে লজ্জা নিবাৰণ কৰে, মানুহ নে পশু আপুনি ধৰিব নোৱাৰিব মেম চাহিব!

—কোম্পানীৰ কাম হৈ গ'লে সৌ মেচটোও নীলাম হৈ যাব—সেইটো মই সিহঁতক দিয়াৰ বন্দোবস্ত কৰিম। তেতিয়াহলে সিহঁতে আৰু সবৈৰ তলত

ভকলগীয়া নহয়।

—বৰ ভাল কথা—বৰ আনন্দৰ কথাও !

এইবোৰ মনচাৰ কথা আছিল। আজি এই মনচাক ক'ৰবাত দেখা পালে তাই ভূত দেখাৰ দৰে ভয় খাব। পাব্লিক ৰাস্তাত তাই ধৰ্ষিত হোৱাৰ কথা মনচাইও যে জানে।...কাম কাজ একো নাই। ঘৰ সৰা, ঘৰ মচা, পানী অনা, ভাত বন্ধা, কাপোৰ ধোৱা সকলো কাম কৰিবলৈ তাইৰ অনেক লিগৰী আছে। কিতাপ পঢ়া আৰু গাঁৱবোৰত তলৌ তলৌকৈ ঘূৰি ফুৰা এইবোৰৰ বাহিৰে আৰু কৰিবলগীয়া একো নাই। ঠাকুৰৰ টেবুলৰ এতিয়া কিতাপ আৰু বাকী নাই। শীতল সিং চৌহানৰ পৰা আৰম্ভ কৰি পাকিস্তানী লিখক শৌকত সিং সিদ্দিকী—নাই আৰু কোনো আৰু বাকী নাই ...তিন দিনৰ মূৰে মূৰে এই 'বটম শ্লেবৰ' কন্‌ক্ৰিট আৰম্ভ হৈছে। নাইট শ্বিফ্‌টত আকৌ হৰ্গুলে কাম আৰম্ভ কৰিছে।

এদিন শোৱা কোঠাৰ খিৰিকী খুলি নিৰ্মলাই দেখিলে এছটা ৰাঙ্কনী ব'দ দূৰৈৰ সৰৈ এজোপাত চাদৰ এখনৰ দৰে পৰি আছে। বাৰাণ্ডাৰ খুটা এটাৰ ওচৰত মহেশ ঠাকুৰ থিয় হৈ আছে। ঠাকুৰক দেখি তাই বাহিৰলৈ ওলাই আহিল।

—তোমাৰ ৰাতিৰ শ্বিফ্‌ট নাই ?

—নাই।

—তুমি তেতিয়াহলে মোৰ বাবেই অপেক্ষা কৰি এইখিনিতে থিয় হৈ আছা নহয় নে ?

ঠাকুৰ নিশ্চুপ হৈ থাকিল।

—এনেদৰে বহুদিন থাকিবলগীয়া হলে মই কিন্তু পগলা হৈ যাম !

—কেনেদৰে ?

—এই 'গেষ্ট হাউছত' বন্দী হৈ !

—এৰা তুমি ঠিকেই কৈছা ; চাৰপাৰাৰ পৰিস্থিতি এতিয়া ভাল নহয়। ...গৌৰীশঙ্কৰ ড্ৰাইভাৰ উভতি নাহিল। কদমক তেনে এটি অৱস্থাত পেলাই সি পলাই গ'ল। শুনা গৈছে এটা মেকানিকে আৰু এটা ফ'ৰমেনেও···



—এইবোৰ কাৰণেই চাগৈ গাঁৱৰ মানুহবোৰ একত্ৰিত হৈছে···শুনিছোঁ চুৰাকাছাৰ, ৰাঙ্কুৰা কলিয়াৰীৰ কুলিহঁতৰ লীডাৰ ৰচিৰ আহমদৰ লগতো কথাবতৰা পাতিছে। তীক্ষ্ম বুদ্ধিৰ প্ৰচণ্ড ধীশক্তিৰ থুতুৰিৰ তলত গোঁফ ৰখা সেই মানুহটিক তুমি চিনি পোৱানে ?

—নাই নেপাওঁ ! শুনিছোঁ এবাৰ সি ৱাক চাইটলৈয়ো আহিছিল।

—তুমি যদি ইচ্ছা কৰা আমি অহিৰণৰ বালিয়ৰিবোৰ চাই আহিব পাৰোঁ। সেইবোৰ এসময়ত খেতিৰ মাটি আছিল। চৰকাৰে সেইবোৰৰ ক্ষতিপূৰণ দিব।

ইৰিগেশ্যন ডিপাৰ্টমেণ্টৰ কেঁচা আলিৰে দুয়ো আগবাঢ়িল। দুয়োৰে চকুত পৰিল আলিৰ দাঁতিৰ চাটাইৰ চালিৰ কাঠৰ চকীত 'ডবিৰ' পাহুৰী বহি আছে। মাটিত কোম্পানীৰ খৃষ্টধৰ্মাৱলম্বী শ্ৰমিকবোৰ বহি আছে ! পাহুৰীৰ আঠুৰ ওচৰত বহি থকা মানুহটোলৈ আঙুলিয়াই মহেশ ঠাকুৰে কলে :

—চোৱা পাহুৰীৰ 'সত্য কথা' শুনি থকা সৌ মানুহটো দেখিছা নহয় ; সেইটোৱে জোচেফ !

—আজিজ মিঞাৰ সেই বন্ধু জোচেফ ?

এটি হুমুনিয়াহ নিৰ্মলাই নিজে কৰ নোৱাৰাকৈ বাহিৰ হৈ আহিল। কিন্তু এই বিষয়ে বেছি বাগাড়ম্বৰ কৰাৰ ইচ্ছা দুয়ো নকৰিলে। অথচ আপোনা-আপুনি নিৰ্মলাৰ মুখেৰে বাহিৰ হৈ আহিল :

—আজিজ মিঞা এতিয়াও মৰা নাই আৰু সি মৰিলেও হৰ্গুলে তাৰ সমস্ত ইচ্ছা পূৰ্ণ কৰিব !

মহেশ ঠাকুৰে কলে :

—আমি এইপিনে ফালৰি কাটি যাব লাগিব। সৌৱা চোৱা, সৰৈৰ হাবিৰ মাজেৰে শুকুলা বালিৰ ৰেখা দেখা গৈছে।

—এৰা বনৰীয়া মাহ আৰু নতুনকৈ মূৰ দাঙি উঠা জোপোহাবোৰৰ ফাঁকেৰে এই বিস্তীৰ্ণ বালিক কেনেকুৱা লাগিছে কোৱাচোন······

—বুঢ়া মানুহৰ শোটোৰা ছালৰ দৰে লাগিছে !

—এৰা ঠিক তেনেকুৱা যেনেই ভাৱ হৈছে।

—এইবোৰত আগেয়ে ধানৰ খেতি হৈছিল। ······ছুয়ো আগবাঢ়ি গ'ল। একেবাৰে অহিৰণৰ ওচৰলৈকে আহিল ছুয়ো। বৰ স্বচ্ছ আৰু সুন্দৰ পানী। এইখিনিতো ছুবা-কাছৰ খোলাৰ দৰে ছুখনমান পৰিত্যক্ত নাও বালিৰ বুকুত পোত গৈ আছে। চাৰিওফালে থম থম নীৰৱতা······'টিটিয়াল' চৰাইবোৰবো হাই-উৰুমি নাই এতিয়া। গাংশালিকাবো যুঁজ বাগৰ নাই।

এই মসৃণ চিকুণ বালিৰ ওপৰত সহজ হৈ বহিল নিৰ্মলা।

ৱাক চাইটৰ লাইটৰ মালাৰ চিক্-মিকনি দেখা গৈছে। নিষ্প্ৰভ তৰাৰ দৰে এই মালাই বতাহত ছুলিব আৰম্ভ কৰিছে।

—এইখিনিতে যে বহি পৰিলা আৰু আগুৱাই যোৱাৰ ইচ্ছা নাই?

—নাই নাই! শুনা মহেশ, মই বৰ বেয়া ধৰণে একপ্ৰকাৰৰ নিঃসঙ্গতা অনুভৱ কৰিব আৰম্ভ কৰিছোঁ।

—তুমি কান্দিছা?

—এক ধৰণৰ ভয় সোমাইছে মনলৈ...হৰ্শুলক তুমি লক্ষ্য কৰিছা নহয়... ...কি যেন এক গভীৰ ভাৱত আজিকালি মগ্ন হৈ থাকে—মোক বিমৰ্ষ হৈ থকা যেন দেখিলে আনন্দিত কৰাৰ চেষ্টা কৰে...কিন্তু এই চেষ্টা!! কত যে লাঞ্ছনা আৰু তিতিক্ষা সহ্য কৰাৰ পাছত ভাৱ হৈছিল—এই জীৱনক পালোঁ—এইবাৰ জীৱনক ধৰি ৰাখিম। ছায়া হৈ মোৰ সত্বাৰ সৈতে মিহলি হৈ থকা নিঃসঙ্গতাৰ যন্ত্ৰণাৰ পৰা মুক্তি পাব পাৰিম······কিন্তু কি যে হ'ল এয়া—মই বাৰু 'ফেলিয়ৰ' নহয় নে?

······নিৰ্মলাক আৰু কিছু ওচৰত পোৱাৰ আনন্দত ইতিমধ্যে আৰু কিছু উত্তেজিত হৈ উঠিছিল মহেশ ঠাকুৰ। মানৱীয় গুণৰ প্ৰতি অজ্ঞ থাকি তাইৰ এই ছুৰ্ব্বলতাৰ সুযোগ গ্ৰহণ কৰাৰ ইচ্ছা হৈছিল অনুভূতিপ্ৰৱণ ঠাকুৰৰ। এই মুহূৰ্তত মনত পৰিল তাৰ প্ৰিয় লিখক এগৰাকীৰ উক্তি...

—সুযোগ গ্ৰহণ আৰু অত্যাচাৰৰ মাজত এক তীব্ৰ সুখানুভৱ আছে। তাৰেই অনুষঙ্গী হৈ আছে অনুতাপ মনুষ্যত্বহীনতাৰ গ্লানি!

নিৰ্মলাৰ কিছু ওচৰত আহি বহিল ঠাকুৰ।

—কি কাৰণে তুমি নিজৰ জীৱনক 'ফেলিয়ৰ' বুলি ক'লা? জীৱন জীৱনেই। যিতেই নহওক যেনেকৈয়ে নহওক দহজনৰ হিতৰ বাবে এই জীৱন অৰ্পন কৰাৰ আয়োজন আছে তোমাৰ মাজত...কি কাৰণে নিজকে 'ফেলিয়ৰ' বুলি কলা?

আকৌ ছুয়ো নয়ন ভৰি আহিল নিৰ্মলাৰ।

—এজন মবাৰ পাছত ভাৱ হ'ল এজনৰ লগত সুখী হম!...বৰ মাৰাত্মক কথা, বৰ লেতেৰা কথা নহয় নে...? সুখৰ পিচে পিচে ঘূৰি ফুৰি সুখ লাভ কৰাৰ পাছত ভাৱ হয় চব খোলাকটিৰ তাল...

—নিৰ্মলা! ·····ঠাকুৰে কিছু আগুৱাই আহি তাইৰ হাত এখন নিজৰ হাতৰ মুঠিৰ মাজলৈ টানি ললে। নিৰ্মলাই বাধা দিয়াৰ সুযোগ নাপালে:

—শুনা, "সকলো অৱস্থাত, সকলো পৰিস্থিতিৰ মাজত নিজক অদ্ভুত ভাৱে খাপ খুৱাই লব পৰা গুণ একমাত্ৰ মানুহৰেই আছে!...জীৱন এক অলৌকিক উপহাৰ...এক..."

ঠাকুৰ সাজু হ'ল। নিজৰ হৃদয়ক ইমান দিনে মোহাচ্ছন্ন কৰি ৰখা সেই অত্যন্ত গোপনীয় কথা প্ৰকাশ কৰিবৰ বাবে ঠাকুৰ সাজু হ'ল······

—নিৰ্মলা ছুই এদিনৰ ভিতৰত মোৰ 'ট্যান্সফাৰো' হৈ যাব পাৰে। তুমি নিশ্চয় গম পাইছা ডি. জি. এম সলনি হৈছে।

...মই ঘুনুক ঘানাককৈ শুনা পাইছোঁ লক্ষৌৰ ছাই অ্যাকোয়িডাক্টলৈ প্ৰায়বোৰ জুনিয়ৰ ইঞ্জিনীয়াৰৰ ট্ৰান্সফাৰ হব পাৰে.. তছুপৰি মোৰ ইয়াত তেনেদৰে কাম নাই...চোৰাচোন বাৰু—বেছি ভাগ সময় হৰ্শুলে বিচাৰে মই তোমাক আনন্দত ৰাখো। এই বাবেই যেন এই ব্ৰান্সত তেওঁ মোক ৰাখি থৈছে।

—এৰা তেওঁ তোমাক বয়সত বৰ সৰু বুলি ভাৱে—নিৰ্মলায়ো কলে:

—অলপতে কোম্পানীয়ে 'ভলান্টিয়াৰলি' ৰিটায়াৰ কৰিব খোজা ইঞ্জিনীয়াৰসকলৰ বাবে এখন চাৰ্কুলাৰ বিলি কৰি ফুৰিছিল। হৰ্শুলৰো ইচ্ছা হৈছিল...

...নিৰ্মলাৰ মুখমণ্ডলত বেদনাৰ ৰেখা কিছুমান প্ৰকট হৈ উঠিল।

—শুনা ঠাকুৰ, তুমি আজিকালি মানুহটোক ভালদৰে লক্ষ্য কৰিছা নে?

……দিনে দিনে মানুহটো কেনেদৰে প্ৰৌঢ়তাৰ মুখলৈ আগুৱাই গৈছে লক্ষ্য কৰিছা নে ?…আৰু তোমাৰ লগত মোক এনেদৰে মিলা-মিচা কৰাত উৎসাহিত কৰে…

তাইৰ মুখমণ্ডল ৰঙা পৰিল।

মহেশ ঠাকুৰে এইবাৰ পোনহৈ নিৰ্মলাৰ মুখলৈ চালে।…ভাৰ হ'ল আজি নিৰ্মলা নতুন হৈ আহিছে। বয়স হৈছে—অথচ এটা বিন্দুলৈ আহি বয়সে বিগ্ৰহ কৰি থিয় হৈ আছে।…এই অনন্য সুন্দৰ নাৰী দেহটোৰ প্ৰতি দুৰ্বাৰ আকৰ্ষণ জন্মিল ঠাকুৰৰ।

—নিৰ্মলা আজি তোমাক এটি প্ৰশ্ন সোধাৰ ইচ্ছা হৈছে মোৰ !

—সোধা !

—সঁচাকৈয়ে কোৱাচোন মোৰ এই অনুভৱ……এই অনুভৱ ?

—মই বুজি পোৱা নাই, খোলা-খুলিকৈ কোৱা !

—নিৰ্মলা, তুমি মোৰ বাবে সদায় নিৰ্মল ! মই ঠিক ধৰিব পৰা নাই এয়া মোৰ কি হৈছে…শুনা, আজি তোমাক মোৰ সেই ইসাডৰাৰ লগত তুলনা কৰিবৰ ইচ্ছা হৈছে…বিশুদ্ধ আত্মাৰ অধিকাৰিণী হলেও সংসাৰ জীৱনৰ সংস্কাৰ মুক্ত……ইসাডৰা ডানকান ? তুমি মোৰ বাবে সেই স্বভাৱ শিল্পী…

কোনোবা এঠাইত যেন বজ্ৰপাত পৰিল। গাং শালিকা কেইটামানে এটা বিকট শব্দ কৰি মূৰৰ ওপৰেৰে পাৰ হৈ গ'ল নিৰ্মলাৰ নাকৰ পাহিত ঘাম বিৰিঙি উঠিল।

ঠাকুৰ কিছু আগুৱাই আহিল।

—তুমি মোক ভাল পোৱা নিশ্চয় ! মোৰ পৰা সন্তান লাভ কৰাত তোমাৰ কিহৰ আপত্তি থাকিব পাৰে কোৱা ?



## ষোল

আজিজ মিঞা নৰেন্দ্ৰৰ মাহলৈ জীয়াই আছিল।

নৰেন্দ্ৰৰ মাহৰ শেষ সপ্তাহত আজিজ মিঞাৰ মৃত্যু হ'ল।…ভঙা ঘৰ স্বৰূপ সেই অস্থিপুঞ্জসাৰ দেহত কেনেকৈ ইমাই দিনে জীয়াই থকাৰ সেই শক্তি দুৰ্বাৰ হৈ আছিল এই কথাও কিছু যেন বিস্ময়কৰ। হুছেইন গঞ্জৰ ঠিকনাত টেলিগ্ৰাম গৈছিল। শৱ নিবলৈ কোনো নাহিল। কনিষ্টবলে লাচ মছজিদক চমজাই দিলে।

…ৰাক চাইটৰ পৰা পোনে পোনে এদিন হৰ্শুলে কবৰস্থানলৈ গ'ল। আজিজ মিঞাই মাকৰ মকবৰাৰ বাবে চাই থোৱা ঠাইখিনিৰ ওচৰত কিছু সময় থিয় হৈ ৰ'ল। কবৰস্থানৰ চাৰিওফালে এক থম থম নীৰৱতা। দুই এজোপা নাওঠ গছে বাতাবৰণ আৰু কিছু গভীৰ কৰি তুলিছে। ওচৰে-পাজৰে দুই এটা মকবৰা আছে—সেইবোৰ বৰ্তমান একোটি 'খণ্ডহাৰৰ' দৰে অ'ত ত'ত সিঁচৰতি হৈ পৰি আছে ! আজিজ মিঞাই কৈছিল অকলশৰে মকবৰাটি সাজিব নালাগে। তাৰ মাকে অকলশৰীয়া ঠাইত থাকি ভাল পোৱা নাছিল। সৌৱা আৰু দুই এটি খণ্ডহাৰ ইফালে সিফালে পৰি আছে। —কোনখিনি ঠাইত হব ? নাওঠ গছ কেইজোপালৈ আকৌ চকু গ'ল হৰ্শুলৰ। দূৰৈত জহিৰণৰ নদী দেখা গৈছে। জ'টলগা সোণালী সূতাৰ দৰে আঁক পাক খাই আছে এই নদী। আশে-পাশে মূৰ দাঙি উঠা সৌবোৰ জুই লাগি দেই যোৱাৰ দৰে লগা বনৰীয়া মাহৰ গছ।

শিল এছটাত বহি পৰিল হৰ্শুল। ৰাক চাইটৰ চিঞৰ-বাখৰ, হৈ-হাল্লাৰ মাজৰ পৰা আঁতৰি আহি এই মুহূৰ্তত এনেদৰে বহি বৰ ভাল লাগিল হৰ্শুলৰ। দুটা মাহ দিন ৰাতি কাম কৰাৰ পাছত ঠিক এনেদৰে মুকলিমূৰীয়া ভাৱে এদিনো বহিব পৰা নাছিল। এই নিৰিবিলি মুহূৰ্তত আজিজ মিঞাৰ কণ্ঠস্বৰ

বৰ স্বচ্ছভাৱে শুনা যেন লাগিল হৰ্শুলৰ।

—তুমি কেতিয়াবা কাৰোবাক চিনি পাওঁ বুলি দম্ভ কৰিছা নে চাহাব?

—কৰিছোঁ, এই চিনি পাওঁ বুলি যেতিয়াই ভাব হৈছে তেতিয়াই সকলো কথা ভাল লাগিছে...অৰ্থাৎ তেতিয়াই জীয়াই থকাৰ সাৰ্থকতা অনুভৱ কৰিছোঁ।

কথা শেষ হব নিদিছিল আজিজ মিঞাই। ওঁঠৰ তলৰ দাড়িকোচা মোহাৰি এক অদ্ভুত দৃষ্টিৰে সি হৰ্শুলৰ চকুলৈ চাইছিল। সেই চকুৰ ভাষা আছিল অত্যন্ত ৰহস্যময়।

...ঝীল বস্তিৰ উলঙ্গ ল'ৰাছোৱালী জাকে ইতিমধ্যে জীপখন বেঢ়ি ধৰিলে। ছুটামানে হৰ্শুলৰ ওচৰলৈ গৈ পইচা খুজিবলৈ আৰম্ভ কৰি দিলে। এই নাটকীয় পৰিস্থিতিৰ মাজত নিজকে এইদৰে আৱিষ্কাৰ কৰি হৰ্শুলে আজি এক অনন্য অনুভূতি লাভ কৰিলে।

'মকবৰাটিৰ' জোখ-মাখ লৈ যেতিয়া হৰ্শুলে উভতি যাবলৈ সাজু হ'ল, নাঙঠ গছ কেইজোপাৰ তলত তেতিয়া এটা সৰুসুৰা ভিৰ জমা হৈছে। আগেয়ে চিঞৰ-বাখৰ কৰি জীপৰ ওচৰত থকা ল'ৰা-ছোৱালী জাকে গৈ উলঙ্গ গছ কেইজোপাৰ তলত জমা হোৱা মৌন ভিৰ এটাৰ সন্মুখত এইবাৰ জমা হ'ল।

হৰ্শুলে পকেটৰ পৰা কাগজ কিছুমান উলিয়ালে। দেবনাগৰী হাতৰ আখৰেৰে লিখা কোৰাণৰ বাণী বৰ আগ্ৰহেৰে গোটাইছিল আজিজ মিঞাই। কবি বন্ধুটিৰ পৰা বৰ ৰহস্যজনকভাৱে এখিলা দুখিলা কৰি এইবোৰ পাত সংগ্ৰহ কৰিছিল মিঞাই। কনিষ্টবল এটিয়ে হৰ্শুলৰ হাতত এইবোৰ কাগজ চমজাই দিছিল।

মকবৰাটিত কেনে ভাৱেৰে এইবোৰ বাণী খোদিত কৰা যাব পাৰে এই বিষয়েও হৰ্শুলে কিছু সময় ভবা চিন্তা কৰিলে। হঠাৎ এইবাৰ উভতি চাই হৰ্শুলে অনুভৱ কৰিলে তেওঁ এই ঠাইত একেবাৰে অকলশৰীয়া ভাৱে থিয় হৈ আছে। ত্ৰিশ গজ দূৰৈত জমা হোৱা ভিৰ লাহে লাহে দৈত্যাকাৰ হৈ বাঢ়ি আহিছে!

—কিহৰ ভিৰ এয়া?



বাধ্য হৈ কিছু সময় থিয় হৈ ৰ'ল হৰ্শুল। ঠিক এই সময়তে ভিৰৰ মাজৰ কোনোবা এটাই এটা প্ৰকাণ্ড শিল মাৰি পঠিয়ালে জীপৰ "বনেটক" উদ্দেশ্য কৰি।...

কোনোবা এটাই আৰ্তনাদ কৰি উঠিল...

—মাৰ চালাক মাৰ!

আন এটা কণ্ঠস্বৰ শুনা গ'ল:

—এইটো নহয়—ইয়াক মাৰিব নালাগে।

ভিৰ আগুৱাই আহিল।...

...পিচুৱাই যাব নেকি? কি বিচাৰে সিহঁতে?...আকৌ এটা কণ্ঠস্বৰ শুনা গ'ল:

—এইটো কোম্পানীৰ চাহাব নহয়!

—হয় হয় কোম্পানীৰ ডাঙৰ চাহেব!

—মাৰ তাক্ চাল্লা··

নাঙঠ গছ কেইজোপাৰ তলৰ পৰা হঠাৎ এটা নাৰী-কণ্ঠৰ আৱাজ শুনা গ'ল—

—সেইটো নহয় অ' তাক নামাৰিবি!

এই কণ্ঠই মন্ত্ৰৰ প্ৰভাৱ বিস্তাৰ কৰিলে।

হৰ্শুলৰ চাৰ্টত খামুচি ধৰিব খোজা মানুহ এটা কিছুদূৰ পিচুৱাই গ'ল!

নামাৰিবি অ' তাক···! নামাৰিবি···!

এই কণ্ঠ শেষত কিনিনিত পৰিণত হ'ল। এক মুহূৰ্তৰ ভিতৰতে এই বিননি প্ৰচণ্ড কোলাহৰ মাজত বিলীন হৈ গ'ল।

—মাৰ মাৰ একেবাৰে শেষ কৰি পেলা—একেবাৰে শেষ কৰি পেলা!···

যি সময়ত হৰ্শুলে চকু মেলি চালে সেই সময়ত ভিৰৰ মাজত কোম্পানীৰ গৌৰীশঙ্কৰ ড্ৰাইভাৰে অন্তঃসত্বা কৰি থৈ যোৱা তিৰোতা গৰাকী হৰ্শুলৰ দৃষ্টিত স্পষ্ট হৈ পৰিল। ···তাইৰ এই মূৰ্ত্তিটি আৰু এটি হিংস্ৰ ভিৰক বাধা দি ৰখা এই দৃশ্যটি অৰ্ধচেতন অৱস্থাতো হৰ্শুলৰ দৃষ্টিয়ে ধৰিব পাৰিলে।

ৰাঘিনীয়ে নিজৰ পোৱালীক ৰক্ষা কৰি থকাৰ দৰে তাই তেওঁক ৰক্ষা কৰি আছে।

···এয়া এপ্ৰিলৰ মাহ। আকাশত হঠাতে আকৌ এদিন মেঘে দেখা দিলে। আকাশত এই মেঘৰ লীলা সুদীৰ্ঘ কাল চলি থাকিল। 'গেষ্ট হাউছৰ' চাৰিবেৰৰ মাজত অনেক দিন বন্ধ হৈ থকাৰ পাছত আকৌ এদিন নিৰ্মলা বাহিৰলৈ ওলাল।

চাবপাৰা, ৰক্সিপাৰা আৰু কোবৰাৰ বন বিভাগৰ সৰু গাঁৱবোৰত কাম কৰাৰ উৎসাহ তেতিয়াও অৱশ্যে তাইৰ শেষ হৈ যোৱা নাছিল। অথচ এই উৎসাহে তাইৰ সেই নিঃসঙ্গতা বোধক সম্পূৰ্ণ ৰূপে গ্ৰাস কৰাৰ জোখেৰে শক্তিশালী হৈ উঠা নাই।

—কি বিচাৰে তেতিয়া হলে তাই ?

—এই ডেৰকুৰি বছৰ বয়সতো কি কাৰণে তাই নিজৰ মনক এটা দিশেৰে ধাৱিত কৰিব পৰা নাই ?

—এয়া ঠাকুৰৰ প্ৰতি কেনে ধৰণৰ প্ৰেম ?

—এক মুহূৰ্তৰ বাবে হৰ্শুলৰ ওচৰৰ পৰা বঞ্চিত হোৱাৰ কথা কল্পনা কৰা নোযায় ; অথচ ঠাকুৰৰ প্ৰতি কিছুদিন ধৰি গঢ়ি উঠিছে এক প্ৰবল আকৰ্ষণ—ইয়াৰ পৰিণতি কি হব ? ······দুপৰীয়াৰ পৰা বৰষুণ আৰম্ভ হ'ল। 'কনক্ৰিটৰ' কাম বন্ধ হোৱাৰ উপক্ৰম হ'ল যদিও ব্লক চাইট এৰি হৰ্শুল উভতি নাহিল! বাৰাণ্ডাত থিয় হৈ নিৰ্মলাই এটা দুটাকৈ উভতি অহা ইঞ্জিনীয়াৰবোৰক দেখা পালে। সিহঁতে বাহিৰৰ বাৰাণ্ডালৈ ওলাই আহি বৰষুণৰ গতিবিধি লক্ষ্য কৰিব ধৰিলে। কিছুমান শ্ৰমিকে বৰষুণত তিতিবুৰি কাম কৰাও দেখা গ'ল। এটা সময়ত অফিছ বয় এটাই লৰি আহি হৰ্শুলৰ গামবুট জোৰ উলিয়াই নিলে। নিৰ্মলাই গম পালে এতিয়া সহজে আৰু হৰ্শুল উভতি আহিব নোৱাৰে।

বৰষুণ আৰম্ভ হ'ল। গেষ্ট 'হাউছ'ৰ পুৰণি চাটাইৰ বেৰবোৰ তিতাৰ লগে লগে কোঠাৰ ভিতৰত থকা অসম্ভৱ হৈ পৰিল। ···চাটাইবোৰ এতিয়া



একেবাৰে পুৰণি হৈ গৈছে।

কিছু সময় বিছনাৰ ওপৰত তাই কুচি-মুচি বহি পৰিল। বৰষুণৰ শব্দ স্পষ্ট হৈ আহিল। ···টেবুলৰ ওপৰত সজাই থোৱা কিতাপবোৰৰ ওপৰত এইবাৰ চকু ফুৰালে নিৰ্মলাই।

—কিবা পঢ়িব নেকি ?

—নাইবা হৰ্শুলৰ বাবে কিবা বন্ধা বঢ়া কৰিব নেকি ? ···নাই নাই, এইবোৰ একো কৰা নহব।

······হঠাৎ তাই থিয় হ'ল। এখোজ দুখোজকৈ গৈ তাই ঠাকুৰৰ কোঠাৰ দুৱাৰ মুখত থিয় হ'ল।

ঠাকুৰে তাইক দেখা পালে। সুধিলে···"কিবা কৰা তুমি মোক ?"

···কোনো কথা উচ্চাৰণ কৰিব নোৱাৰিলে নিৰ্মলাই। বৰষুণৰ ছিটিকনি পৰি তাইৰ বাহুৰ এটা অংশ তিতি গ'ল। উন্মুক্ত চুলিৰ ওপৰত বৰষুণৰ কণিকা পৰিব আৰম্ভ কৰিলে। অথচ ভিতৰলৈ সোমাই যাব পৰাৰ জোখেৰে সাহস এই মুহূৰ্তত তাই কৰিব নোৱাৰিলে।

—কিবা কৰা তুমি মোক ?

—বেৰেজৰ দুৱাৰ এখন আজি খুলিবলগীয়া হব নে ?

এইবাৰ বাহিৰলৈ ওলাই আহিল ঠাকুৰ।

—কি ক'লা ?

—বেৰেজৰ গেট এখন খুলিব নেকি ?

—বেৰেজৰ গেট ?

—এৰা হসদেও বেৰেজৰ গেট ?

···কিংকৰ্ত্তব্যবিমূঢ় হৈ ঠাকুৰে নিৰ্মলাৰ মুখলৈ চালে। তাৰ পাছত বাহিৰলৈ ওলাই গৈ আকাশৰ পিনে চালে। ···বৰষুণ একেদৰেই আছে। বাৰাণ্ডা তিতি একাকাৰ হৈ গৈছে।

ঠাকুৰে কলে—কি কাৰণে তুমি বেৰেজৰ দুৱাৰ খোলাৰ কথা ক'লা ?

—কোৱা কি কাৰণে তুমি বেৰেজৰ দুৱাৰ খোলাৰ কথা ক'লা ?

—বেৰেজৰ দুৱাৰ খোলাৰ আগেয়ে 'হসদেওৰ' সেইৰূপ তুমি দেখিছানে ?

—কেনেকুৱা ৰূপ !

—শুনা যায় বৰষুণ কমাৰ লগে লগে বেৰেজৰ বুকুত জাহ যোৱা গাঁৱৰ প্ৰতিচ্ছবি দেখা যায় হসদেওৰ বুকুত ! সৰৈ কাঠৰ জুয়ে পুৰি এৰি থৈ যোৱা উলঙ্গ গছবোৰৰ মূঢ়াবোৰ তেতিয়া একোটা সৰু সৰু কাছৰ দৰে দেখা যায়···যাবা, এক মুহূৰ্তৰ ভিতৰতে আমি উভতি আহিম ?—যাবা ?

আকাশলৈ চালে ঠাকুৰে। উঁয়ে খোৱা কাঠৰ দৰে আকাশে ভেকুৰা বৰণ লৈছে যদিও বৰষুণ কমাৰ লক্ষণ দেখা গৈছে।

—হৰ্গুল চাহাবক খবৰ এটা দি যোৱা জানো উচিত নহব ?

—তেওঁ এতিয়া উভতি নাহে।

—উভতি যদি নাহে আমি ব্লাক চাইট হৈ যাব লাগিব !

—নাই নাই, কোনো প্ৰয়োজন নাই !

—কিন্তু উভতি আহোঁতে আমাৰ যথেষ্ট পলম হব !

—কোনো কথা নাই !

—কোনো কথা নাই ?

—এৰা কোনো কথা নাই।

···ডবিৰ সংক্ষিপ্ত পথেৰে দুয়ো আগবাঢ়িল। হাতত ছাতি আৰু টিলা পোছাকেৰে সৈতে দুয়োকো কলেজীয়া ছাত্ৰ-ছাত্ৰী এহাল যেন লাগিল।

দুয়ো যন্ত্ৰ চালিত মানুহৰ দৰে নিশ্চুপ হৈ আগবাঢ়িল। ···যি সময়ত দুয়ো ঝীল বস্তিৰ ঘাটত উপস্থিত হ'ল সেই সময়ত বৰষুণ আৰু নাছিল।··· এই সময়ত 'হসদেও'ৰ এক ৰুদ্ৰ ৰূপ দেখা গ'ল। কাছৰ খোলাৰ দৰে পানীৰ বুকুত ওলাই থকা গছৰ মূঢ়াবোৰৰ এতিয়া অৱশ্যে কোনো চিনচাব নাই। গুটি একুৰা গোমধানৰ চোকোৰাৰ দৰে লগা বেৰেজৰ শিলেৰে বন্ধোৱা দুয়ো পাৰ সৌ সিদিনালৈ নগ্ন হৈ আছিল। এতিয়া এই দুয়ো পাৰ পানীৰে উপচি পৰিছে। আনদিনা এইখিনি সময়ত মাছুৰৈহঁতে ৰাতিৰ জাল কোচাই উভতি অহাৰ সময় হয়। আজি এই নৈৰ বুকুত মাখোন ফেন আৰু সৰৈৰ টুকুৰা উটি আহিছে। ঝীল গাঁৱৰ মাছুৰৈবোৰ নিশ্চুপ হৈ বহি আছে। ঠাকুৰে দেখি আহিছিল সৌ সিদিনালৈ এছ. ডি. অ'টিয়ে বেৰেজৰ চাৰিওফালে হসদেওৰ পানীৰ গতি চাই টহল দি ফুৰিছিল। এইখিনি বৰষুণত নিশ্চয় বেৰেজৰ দুৱাৰ খুলিবলগীয়া নহব।

যাবা নেকি সৌ দ্বীপৰ দৰে লগা ঠাইলৈ ?

—যাবা ?

—যদি বেৰেজৰ দুৱাৰ হঠাতে খুলিবলগীয়া হয়—তেতিয়াহলে ?

—এইখিনি বৰষুণত বেৰেজৰ দুৱাৰ খুলিবলগীয়া নহয়।

—"অব্‌জৰ্ভেশ্বন" পইণ্টৰ পৰা খবৰ আহিলে বেৰেজৰ দুৱাৰ খুলিব লাগিব।···দেখা নাই এছ. ডি. অ' আৰু "ওভাৰচিয়াৰ" দুটাই কেনেকৈ হসদেওৰ পাৰে পাৰে ঘুৰ্ম্‌টিয়াই ফুৰিছে, দেখা নাই···?"

এটি সৰু শিশুৰ দৰে নিৰ্মলাই সৰৈ কাঠৰ সেই আপচু নাও কেইখনক উদ্দেশ্য কৰি আগুৱাই গ'ল।···এই একে সময়তে এগৰাকী বৃদ্ধাক ঝীল বস্তিৰ পৰা ওলাই অহা দেখা গ'ল। তাইৰ হাতত এখন খেয়ালি জাল আছিল। নিৰ্মলাৰ চকুৰ সম্মুখত তাই সৰৈ কাঠৰ সেই আপচু নাও এখনত উঠিল। তাৰ পাছত সহজভাৱে তাই বঠা মাৰিব ধৰিলে। ···হসদেওৰ বুকুত খোলাচাপৰীয়া পিঠাৰ দৰে ভাঁহি থকা মাটি খণ্ডৰ ওচৰলৈ তাই অৱশ্যে আগবাঢ়ি নগল।

—দেখিছা, বেৰেজৰ গেট খোলা নোখোলাৰ বিষয়ে তাই সজাগ—সেই কাৰণেই তাই চাগে আগুৱাই নগল।

—মই কিন্তু আজি নাৱত উঠিম আৰু সেই মাটিখণ্ডলৈ যাম···তুমি মোক নিনিলেও মই যাম।

—অকলেই যাবা !

—এৰা অকলেই যাম !

—তেতিয়াহলে আহা আমি এই আপচু নাওখনত উঠি কিছু সময় বাট চাওঁ···শুনা নিৰ্মলা—আজি তুমি মোৰ লগত এইদৰে অহাৰ একো উদ্দেশ্য নাই নে ?—নিৰ্মলা ?

·········?

নতুনকৈ কটা পানী ফলৰ দৰে লগা নিৰ্মলাৰ শৰীৰৰ এই ঘ্ৰাণ…নিচেই ওচৰলৈ আহিছে এই ঘ্ৰাণ। মূৰৰ একোণত যত্ন আৰু সংযমেৰে শুৱাই ৰখা ভূত এটা এইবাৰ সাৰ পাই উঠিল !

—আহা এইপিনে আগুৱাই আহা !

—উঠা ! মোৰ বঠা মৰা অভ্যাস আছে। সৌৱা কঁাইটীয়া জোপাহাৰে আৱৰি থকা ক্ষুদ্ৰ দ্বীপ সদৃশ সেই ভূমিখণ্ড তোমাৰ উদ্দেশ্য নহয় জানো ?

—আকৌ আকাশ গোমা হৈ আহিছে…বনৰীয়া ম'হৰ পালৰ দৰে ডাৱৰৰ সৌবোৰ ভীমকায় টুকুৰা চোৰাচোন ?

…আহ ভয় কিহৰ, আধুনিক বিশ্ববিদ্যালয়ৰ অ্যাডভেঞ্চাৰছ ছাত্ৰীয়ে…এই ভীমকায় মেঘৰ টুকুৰাবোৰে ভয় কৰে নে…তহুপৰি !

—তহুপৰি ?"

—…… ।

তড়িৎ বেগেৰে ধাবিত হোৱা পানীৰ এটি স্মৃতি হৃদয়ৰ বুকুৰে লৰি গ'ল…হৃদয়ৰ বুকু এই মুহূৰ্তত এখন ফটা কাপোৰৰ দৰে ফাটি ছফাল হৈ গ'ল। এই স্মৃতিৰ পথত অহা গছৰ ক'লা ক'লা ঠানিবোৰৰ এই মুহূৰ্তত আৰু কোনো চিন-চাব থকা দেখা নগল !

…কোনোবাই যেন ক'ৰবাত আৰ্তনাদ কৰি উঠিল—বেৰেজৰ দুৱাৰ খুলি দিছে…

—এতিয়া উভতি যোৱা অসম্ভৱ কথা ?

—'অবজাৰ্ভেশ্বন' পইন্ট ?

—ঘূৰ্ণিয়াই ফুৰা এছ. ডি. অ' ?

—ঝীল ঘাটত জমা হোৱা মাছুৱৈহঁত ?

…গেষ্ট হাউছৰ বাৰাণ্ডাত আকৌ মানুহৰ ভিৰ হ'ল। গোটেই ৰাতি দবাপিটা বৰষুণ হৈ গৈছে। ৰাতি পুৱাবলৈ এতিয়া আৰু বেছি সময় নাই। ঝীল ঘাটৰপৰা এই অলপ আগেয়ে তিতি বুৰি আহি হৰ্গুলে গেষ্ট হাউছৰ বাৰাণ্ডাত থিয় হ'ল। লগে লগে এই সৰু বাৰাণ্ডাখনত মানুহ ভৰি পৰিল।



আজি কোম্পানীৰ আৰু কোনো বাকী নাই। বৰষুণত তিতিও এই ঠাইত হাজিৰ হোৱাৰ উত্তেজনাৰ পৰা আজি কোনেও বঞ্চিত হব খোজা নাই।

টাইপিষ্ট, ওভাৰচিয়াৰ, ষ্ট'ৰকীপাৰ, ষ্টেচন ক্লাৰ্ক, মেচ ফ'ৰমেন, অটো মেকানিক, ফিটাৰ, অটো ড্ৰাইভাৰ, ইলেকট্ৰিচিয়ান, ইঞ্জিনীয়াৰ কোনো বাকী নাই। সকলোৰে এক চেপা উত্তেজনা লৈ এই সৰু বাৰাণ্ডাখনত গিজগিজাব ধৰিলে !

—গেট বন্ধ কৰা হব জানো ?

—চাৰিওফালে মানুহ পঠিওৱা হৈ গৈছে !

—পুলিচ ?

—এৰা—পুলিচক খবৰ দিয়া হৈ গৈছে !

—গেট বন্ধ কৰা সহজ কথা নহয়। ৰাতি ৰাতিয়ে ৰায়পুৰলৈ মানুহ পঠিওৱা হৈছে !

—ৰায়পুৰলৈ ?

—এক্সিকিউটিভ ইঞ্জিনীয়াৰৰ পাৰমিশ্বন আনিব গৈছে…!…ভিৰৰ মাজত এটা তজবজীয়া কণ্ঠ শুনা গ'ল। কাৰো বুজিবলৈ বাকী নেথাকিল এয়া ধৰ্ম দীক্ষিতৰ কণ্ঠ—

—কোনোবাই ভাল কথা সোঁৱৰাব গলে মাৰিবলৈ খেদি আহে—মই এবাৰ নে দুবাৰ এইবোৰৰ বিষয়ে সোঁৱৰাব যাওঁতে মোক চুই কিলাবলৈহে বাকী এৰিলে।…

তুমি কি সোঁৱৰাব গৈছিলা ?

—এইবোৰ কথা সকলোৱে জনা কথা !

—বহুদিনৰ পৰা তাই এই যুৱক ইঞ্জিনীয়াৰটিৰ লগত ঘূৰাফিৰা কৰিছিল নেকি ?

—কিয় তোমালোকৰ চকু নাই ?—তোমালোকে অহিৰণত সিহঁত দুয়ো ঘূৰাফিৰা কৰা দেখা নাই।"

—তেতিয়াহলে এইখন বৰ কেলেঙ্কাৰী কথা হ'ল—

—মোৰ তিৰোতা হব লাগিছিল, তাইক মই লথিয়াই লথিয়াই বাহিৰ কৰি

দিলোহেঁতেন !

—এই চুপ শুনা পাব !

—দেখিছানে জালত বন্দীহোৱা বাঘৰ দৰে মানুহটোৱে কেনেদৰে উচপিচাব লাগিছে !

—সৌৱা আকৌ গামবুট পিন্ধাৰ আয়োজন কৰিছে···আকৌ ঝীলবস্তিলৈ যাব চাগৈ ?

বুঢ়া ফিটাৰ এটাই কুৎসিত ইঙ্গিত এটাৰ সৈতে সুধিলে ঃ

—গোটেই বাতিটো ডেকা ইঞ্জিনীয়াৰ এটাৰ লগত থকাৰ পাছত হৰ্শ্ব'ল চাহাবে তাইক গ্ৰহণ কৰা উচিত হব নে ?

—কেতিয়াও নহয় কেতিয়াও নহয় ঃ চাহাবে গ্ৰহণ কৰিলেও আমি শিলগুটি দলিয়াই গেষ্ট হাউছ ভাঙি পেলাম !

—চুপ থাক চুপ থাক, কি ঠিক কি জানি হসদেওৰ বুকুত উটি গৈছে। গেট খুলি দিয়াৰ লগে লগে আবিৰ্ভাৱ হোৱা সেই মাৰাত্মক স্মৃতিটো তহঁতে দেখা নাই !···সবৈ কাঠৰ আপচু নাওবোৰ তিষ্ঠিব পাৰিব নে সেই কোবাল স্মৃতিৰ মুখত ?

—গেট খোলাৰ আগেয়ে সিহঁতে পাৰ হৈছে !

—পাৰ হৈছে যদিও মূৰৰ ওপৰেৰে যদি সেই জাক বৰষুণ পাৰ হৈছে··· তেতিয়াহলে ?

—অসম্ভৱ কথা—বাতি জাল পেলোৱা মাছুৱৈহঁতৰ দুই এটা জুপুৰি নিশ্চয় তাত আছে।

—তেতিয়াহলে গাখীৰতে মহৰ খুটি ?

—হাঃ—হাঃ— !!

—চুপ থাক দেখা নাই, বাকীবোৰ চাহাবে কেনেদৰে চুপচাপ হৈ আছে।

কিন্ কিন্কৈ বৰষুণ পৰিব ধৰিলে। মানুহজাকে অৰশ্যে এই বৰষুণক ভ্ৰূক্ষেপ নকৰিলে। সকলোৱে উৎকৰ্ণ হৈ বাট চাই আছে যি কোনো মুহূৰ্ততে এতিয়া পুলিচৰ জীপ আহি পাব।

ৰাতি পুৱাবলৈও এতিয়া আৰু বেছি সময় নাই।



—কি হব তেতিয়াহলে ঃ

—চাই থাক এতিয়ামানে নিশ্চয় গেট বন্ধ কৰা হৈ গৈছে আৰু পুলিচে··· সৌৱা হৰ্শ্ব'ল চাহাব আকৌ এইপিনে আগবাঢ়ি আহিছে। লজ্জা আৰু দুখত কেনেকুৱা ভাড়াক্ৰান্ত চেহেৰা···

—এটাৰ মূৰখাই এটালৈ আহিল ; তাৰ পাছত এয়া আকৌ প্ৰেম ?

—শুনা যায় সকলো কথা জানি শুনিও হৰ্শ্ব'ল চাহাবে চকু মুদি আছিল !

—চুপ থাক, মহৎ লোকসকলে নিজকে ঠিক এনেদৰে পৰীক্ষা কৰিব দিয়ে।

—আজি তাইৰ দেহ ঠিক এনেদৰে চুৰা হৈ অহাৰ পাছত চাহাবে সঁচাকৈয়ে তাইক গ্ৰহণ কৰিব নে ?

—আমি শিল দলিয়াই গেষ্ট হাউছ ভাঙি পেলাম !

—শিল দলিয়াবি ?

—এৰা শিল দলিয়াম !!

ধুমুহাত ব্ৰাঞ্চৰ লাইটৰ মালা কেতিয়াবাই নুমাই গৈছিল। তথাপিও দেখা গ'ল পোহৰ হবলৈ এতিয়া আৰু বেছি সময় নাই। এই পোহৰ অৰশ্যে অত্যন্ত বিশদৃশ।···উৎকৰ্ণ হৈ থকা ভিৰে এইবাৰ জীপৰ শব্দ শুনা পালে।

এই উত্তেজিত ভিৰে এইবাৰ যেনিবা আৰ্তনাদহে কৰি উঠিল।

—আহিছে—আহিছে···

—ক'ত পোৱা বুলি শুনিলাহে ?

—কব নোৱাৰো—একো কব নোৱাৰো। মাথো পোৱা বুলিহে— কোনোবা এটাই খবৰ দি থৈ গ'ল !

—হয়—হয়, সৌৱা জীপৰ লাইট দেখা গৈছে।

—বাঃ—বাঃ—এতিয়াহে মজা হব চাবলৈ।

—সি তাইক দুই থাপ্পৰ বহোৱাই দিয়া উচিত নহবনে !

—মূৰ ভাঙি দিয়ক···আৰু সেই পৰৰ তিৰোতাত মজি থকা ডেকা ইঞ্জিনীয়াৰনো···তাক আমাৰ মাজত পেলাই দিয়ক···আমি শগুণৰ দৰে নেফানেফ···

—চুপ থাক—চুপ থাক! সৌৱা জীপ আহি পালে···

পুলিচৰ জীপ আহি গেষ্ট হাউছৰ সন্মুখৰ আলিত থিয় হ'ল।

অলপ আগলৈকে বকবকাই থকা ভিৰ এইবাৰ নিশ্চুপ হৈ পৰিল।

—মাৰ, পাথৰ মাৰ!

—আন, টানি আন!

নাই নাই, চব নিশ্চুপ হৈ পৰিল। বজ্ৰপৰা মানুহৰ দৰে কোনেও নিজৰ ঠাইৰ পৰা লৰচৰ নকৰিলে।

···হঠাৎ জীপৰপৰা নামি তড়িৎ বেগেৰে মহেশ ঠাকুৰে গেষ্ট হাউছৰ নিজৰ কোঠাৰ পিনে আগুৱাই গ'ল। কোনেও শিলগুটি দলিয়াব নোৱাৰিলে নাইবা বাট ভেটি ধৰিব নোৱাৰিলে। কোনো কোনোৱে ঠাকুৰৰ বোকা মাটিৰে লেটি পেটি হোৱা কাপোৰৰ এটা অংশহে দেখা পালে। এইবাৰ সকলোৰে চকু হৰ্গুলৰ ওপৰত পৰিল। কি কৰিব?···কি কৰিব হৰ্গুলে এতিয়া?

···এটি অনন্যমুহূৰ্ত পাৰ হৈ গ'ল। হৰ্গুল আগবাঢ়িল। মানুহে বাট এৰি দিলে, হৰ্গুলে পোনে পোনে গৈ জীপৰ ওচৰত থিয় হ'ল। পিচৰ চিটত কুচি মুচি নিৰ্মলা পৰি আছিল। হৰ্গুলে হাত আগবঢ়াই দিলে। তাইৰ বিবৰ্ণ অৰ্ধচেতন দেহক পথালি কোলাকৈ লৈ ভিৰৰ মাজেৰে হৰ্গুল আগুৱাই গ'ল।

মাৰ শিলগুটি মাৰ······। শেষ কৰি পেলা চৰিত্ৰহীনৰ এই দলক!!

নাই নাই কোনেও আগবাঢ়ি আহিব নোৱাৰিলে। কিয় আগবাঢ়ি আহিব নোৱাৰিলে কোনেও?···এয়ে নেকি সেই পৰম বেদনাৰ মূক শক্তিশালী ভাষা···এয়ে নেকি সেই শক্তি?

এয়ে নেকি সেই অস্ত্ৰ!

এসপ্তাহৰ পাছত কোঠাৰপৰা বাহিৰ নোলোৱাকৈয়ে মহেশ ঠাকুৰে ছুটী খুজি দৰ্খাস্ত দিলে। যোৱা এটা সপ্তাহ পাকে-প্ৰকাৰে ঠাকুৰে অনেক চেষ্টা কৰিছিল নিৰ্মলাক এখন্তেকৰ কাৰণে লগ পাবলৈ। কেতিয়াবা তেওঁ খিৰিকীৰ



ওচৰত ঘণ্টাৰ পাছত ঘণ্টা থিয় হৈ আছিল। কেতিয়াবা বাৰাণ্ডাত টহল দিছিল। নিৰ্মলা ওলাই নাহিল।

সাহিত্য প্ৰেমিক অনুভূতিপ্ৰৱণ ডেকা ইঞ্জিনীয়াৰ ঠাকুৰে বুজি পালে তেওঁৰ প্ৰিয় কবি ওলঝাস স্থূলেমেনভ নাইবা ডষ্টেয়ভস্কিৰ ৰস আস্বাদন কৰিব পৰা ছাত্ৰী নিৰ্মলা নহয়।

স্বভাৱ শিল্পী ইসাডৰা ডানকানৰ জীৱনগাথা পঢ়ি আপ্লুত হোৱা ঠাকুৰে নিৰ্মলাৰ মাজত ইসাডৰাৰ প্ৰতিচ্ছবি দেখা পাইছিল।

স্বইচ্ছাৰেই নিৰ্মলাই জানো তেওঁৰ বীজ গ্ৰহণ কৰা নাই।

তাইৰ মূক দৃষ্টিত সেইদিনা জানো ইসাডৰাৰ ভাষা নাছিল—?

নাৰীৰ সম্পূৰ্ণ স্বাধীনতা আছে। নিজৰ ইচ্ছামতে ভালপোৱা আৰু সন্তান ধাৰণ কৰাৰ! এয়া ইসাডৰা আৰু তাইৰ একে ভাষা নাছিল নে?

ছুটী মঞ্জুৰ হোৱাৰ পাছত মহেশ ঠাকুৰে চোৰৰ দৰেই অহিৰণৰপৰা পলাই যাবলগীয়া হ'ল। কোম্পানীৰ চোৰাংচোৱাই হেড্ অফিছলৈ এই ঘটনাটিৰ বিষয়ে এটি ৰিপৰ্ট পঠিয়াইছিল। ফলস্বৰূপে কিছুদিনৰ পাছত মহেশ ঠাকুৰক কোম্পানীৰ কাম চলি থকা এনে এখন ঠাইলৈ ট্ৰান্সফাৰ কৰি দিয়া হৈছিল য'ত কোম্পানীৰ জ'ন বেলেগ, ডি. জি. এম. বেলেগ আনকি ইঞ্জিনীয়াৰবিলাকো দক্ষিণৰ মানুহহে আছিল।

## সোতৰ

সনাতন সংস্কাৰ ছাৰখাৰ কৰি নতুন প্ৰথা জীৱন গঢ়ি তোলাৰ সপোন দেখিলেও—এই সপোন নিৰ্মলাৰ মনত সপোনই আছিল···লাহে লাহে এই কথা কোনো ঘৃণিত দালালৰ ভেটীৰ মাটিৰে তুলসীৰ পৱিত্ৰ ঢাপ নিৰ্মাণ কৰিব খোজা কথাৰ দৰে হৈ পৰিল।

শেষত এদিন এই মানসিক ৰোগত তাই বাঢ়ি অহা গৰ্ভ ভুকুৰাই ভুকুৰাই ওফৰাই পেলালে।

১৯৭৫ চনৰ নৱেম্বৰত মাহত 'অহিৰণ অ্যাকোয়িডাক্টৰ' কাম সমাপ্ত হ'ল। 'ইমাৰজেন্সি' ডিক্লেয়াৰৰ পাছত অহিৰণত এক শান্ত পৰিবেশে বিৰাজ কৰিছে। গালি-গালাজ লিখি থোৱা কোৰবা চহৰৰ প্ৰাচীৰসমূহ এতিয়া পৰিষ্কাৰ হৈ পৰিছে। ঠিক একেদৰে অহিৰণৰ 'ৰাক চাইটৰ' চাটাইৰ বেৰবোৰ এতিয়া একেবাৰে পৰিষ্কাৰ হৈ উঠিছে। অহিৰণৰ পাৰে পাৰে এতিয়া বন্দুকধাৰী চিপাহীৰ ভিৰ দেখা যায়। কাটঘোৰা বনবিভাগৰ আশে-পাশে থকা মহুৱাৰ অস্থায়ী মধুশালাবোৰ এতিয়া উধাও হৈ পৰিল। ···আৰু সেই পি. ডব্লিউ. ডিৰ বিষয়াহঁত ? সিহঁতৰ ব্যৱহাৰতো আজিকালি যথেষ্ট সজাগতা দেখা গ'ল !

······অহিৰণৰ এই 'অ্যাকোয়িডাক্টৰ' কাম শেষ হৈ অহাৰ লগে লগে কে'প টুকুৰা টুকুৰি হৈ পৰিব আৰম্ভ কৰিলে। ষ্টাফ কমি আহিল। হাটিং খালী হোৱাৰ লগে লগে ওচৰে পাজৰে থকা দালালহঁতে পুৰণি টিম্বাৰ, পুৰণি চাটাৰিং প্লেট, পুৰণা ড্ৰাম, চালীয়াৰ টুকুৰা ইত্যাদি নিবলৈ পিয়াপি দি ফুৰিব ধৰিলে।···ৰাক চাইটে এটা সময়ত একেবাৰে মৰিশালিৰ ৰূপ ধাৰণ কৰিলে ! 'শ্ৰমিকৰ মেচ আৰু পাঞ্জাবী খালাচীৰ লাঙ্গৰ ভঙাৰ লগে লগে ইমান দিনে নোদোকা হৈ পৰা কুকুৰ কেইটাই এতিয়া চাটাৰিং প্লেট, বালিৰ দাম ইত্যাদিৰ ওপৰেৰে ঘুৰ্মুটিয়াই ফুৰিব আৰম্ভ কৰিলে। সিহঁতৰ অস্থিপুঞ্জ প্ৰকট হৈ পৰিল।



······ফাইনেল বিল পাচ কৰোৱা 'চিকিউৰিটি ডেপজিত'ৰ ৰিফাণ্ড লোৱা—চৰকাৰক 'অ্যাকোয়িডাক্ট' হেণ্ড অভাৰ কৰা—কমপ্লিশ্বন চাৰ্টিফিকেট ইত্যাদি লোৱা···এইবোৰ কামৰ বাবে একেবাৰে শেষলৈকে হৰ্গুল অহিৰণত থাকিব লগীয়া হ'ল।

আজিজ মিঞাৰ শেষ আশা পূৰণ কৰাৰ সময়ো আহি পৰিল। শেষত মাত্ৰ এটি 'মেচনৰ' সহায়ত চিমেণ্টৰ 'মৰটাৰ' ( Morter ) ইত্যাদি কৰি হৰ্গুলে মকবৰাটি শেষ কৰিলে ! ···অকলশৰে ঘণ্টাৰ পাছত ঘণ্টা থিয় হৈ এই সামান্য কামটি পৰিদৰ্শন কৰাৰ সময়ত হৰ্গুলে এক ধৰণৰ তৃপ্তিৰ ভাৱ অনুভৱ কৰিছিল। ···ডালপাতহীন নাঙঠ গছজোপা মকবৰাটিৰ একাষে থিয় হৈ আছে। ···এবছৰ আগেয়ে চাৰপাৰাৰ বিক্ষোভকাৰী দলটোৱে সেই গছজোপাৰ আঁৰৰ পৰাই চিকাৰৰ দৰে তেওঁৰ গতি লক্ষ্য কৰিছিল। সেই হুতাহতিত আজিজ মিঞাই মকবৰাটিত লিখিব দিয়া বাণী কেইটিৰে সৈতে কাগজ কেইটুকুৰা ফালি-চিৰি গৈছিল···কি লিখিব মকবৰাটিত তেতিয়াহলে তেওঁ ? কি লিখিলে আজিজ মিঞাৰ আতমাই শান্তি পাব।

কি লিখিব ?

—জৰথুস্ত্ৰ ধৰ্ম বিশ্বাসী হৰ্গুল চাহাবে এই মুছলমান গৰাকীৰ মকবৰাটিত কি লিখিব ? হজৰত মহম্মদে বাৰে বাৰে কোৱা নাছিল জানো কোনো নতুন তত্ব প্ৰচাৰ কৰিব তেওঁ অহা নাই। পূৰ্ববৰ্তী নবীসকলে যি তত্ব কথা কৈ গৈছে আৰবসকলৰ ওচৰত আৰবিক ভাষাত ইয়াক বুজাই কোৱাৰ বাবেই তেওঁৰ আগমন।

হাতত এতিয়া একো নাই—কি লিখা যায় তেতিয়াহলে ?

ধৰ্মভীৰু আজিজ মিঞাই নিশ্চয় জানিছিল কোৰাণত উল্লেখ কৰা আছে—প্ৰত্যেক জাতিৰ জীৱনলৈ 'পয়গম্বৰ' আহিছে—জাতীয় গুৰুগ্ৰন্থত শ্ৰদ্ধা ৰাখি সকলোৱে পৰমাৰ্থ লাভ কৰিব পাৰে।

—তেতিয়াহলে ?

হৰ্গুলৰ মনত পৰিল এবাৰ 'ওকিং মসজিদৰ' প্ৰসিদ্ধ ইমাম খাজা কামাল-উদ-দীনে কৈছিল—জৰথুস্ত্ৰৰ লগত শেষ হৈ যোৱা জ্ঞানৰ ৰাজ্যক মহম্মদেই

পুনৰুদ্ধাৰ কৰিছিল।

—তেতিয়াহলে দুটি 'গাথাকে' লিখিব নেকি? ভাৰ্গৱ বেদৰ সাৰ স্বৰূপ জৰথুস্ত্ৰ উপনিষদৰ দুটি গাথাকে লিখি থোৱা যাওক···দাসমুন্সীৰ মৃত্যুৰ পাছত—আৰু নিৰ্মলা তেওঁৰ জীৱনলৈ অহাৰ পাছত—হাতুৰি বটালি সামৰি কেতিয়াবা অকলশৰে বহি তেওঁ এই ধৰ্মগাথা পঢ়িছিল। ···এই সিদ্ধান্তলৈ আহি হৰ্শুলৰ বৰ ভাল লাগিল।

মেচনে তেতিয়া জৰথুস্ত্ৰৰ গাথা কেইটি মকবৰাটিত খোদিত কৰি আছিল। হঠাৎ সি প্ৰশ্ন কৰিলে ঃ

—চাহাব মূৰৰ ওপৰত টৌ-টৌৱা ৰ'দ লৈ আপুনি থিয় হৈ আছে, নহয় নে?

—এৰা।

থুৰ্পীখনেৰে চিমেন্ট পৰিষ্কাৰ কৰি সি কলে ঃ

—চাহাব মুছলমানৰ কবৰত জৰথুস্ত্ৰৰ বাণী?

হৰ্শুলৰ মুখ পোহৰ হৈ উঠিল ঃ

—তুমি তোমাৰ কাম কৰি যোৱা মেচন—আজিজ মিঞাৰ এয়ে ইচ্ছা আছিল।

মেচনে এইবাৰ ঢেক্‌ঢেকাই হাঁহিব ধৰিলে।

—জানো চাহাব আপোনালোকৰ কথা আমি বুজি নাপাওঁ—আজি চাৰপাবাৰ মানুহ কিছুমানে মকবৰাটি চাবলৈ উঠি আহিছিল।

মেচনে এইবাৰ কাম কৰিব এৰি হৰ্শুলৰ মুখলৈ চাই কলে ঃ

—সৌ তিৰোতাজনী দেখিছে? ডাল পাত নোহোৱা গছৰ তলত তাই কেনেদৰে থিয় হৈ আছে—দেখিছে?

হৰ্শুলে মূৰ তুলি চালে।

তাই আগুৱাই আহিল।

হৰ্শুলে চিনি পালে—তাই গৌৰী শঙ্কৰৰ কদম। কোলাত এটি কেচুৱা।

হৰ্শুলৰ বুজিবলৈ বাকী নাথাকিল। এয়া গৌৰীশঙ্কৰৰ সন্তান।



সদায়ে প্ৰশ্ন কৰাৰ দৰে আজি তাই গৌৰীশঙ্কৰ অহা-নহাৰ বিষয়ে হৰ্শুলক কোনো প্ৰশ্ন নকৰিলে। তাই জানে। চাহাবৰ উভতি যোৱাৰ সময় হ'ল।

হৰ্শুলে কেচুৱাটি নিজৰ কোলাত তুলি ললে। ···এইবাৰ কদমে অৱশেষে চকুলো ৰুদ্ধ কৰি ৰাখিব নোৱাৰিলে।

ডালপাতহীন নাঙঠ গছজোপাৰ ওচৰলৈ গৈ তাই হুক্ হুকাই কান্দিব ধৰিলে।

## গ্ৰন্থকাৰৰ আন আন গ্ৰন্থ সমূহ

চিনাকী মৰম ১৯৬২

কইনা ১৯৬৪

চীনাবৰ সোঁত ১৯৭২

নীলকণ্ঠ ব্ৰজ ১৯৭৬

প্ৰেমচন্দৰ চুটি গল্প (এন. বি. টি) ১৯৭৬

মামৰে ধৰা তৰোৱাল ১৯৮০

আধা ঘণ্টা সময় (এন. বি. টি) যন্ত্ৰস্থ